# পাতনি।

এই ক্ষুদ্র পুস্তিকা খনি লিখকে প্ৰথম ছাত্ৰ জীৱনতে ১৯১১।১২ খৃষ্টাব্দত সংগ্ৰহ কৰিছিল, আৰু আলোচনী মাহেকীয়া কাকতত ধাৰাবাহিক ভাবে ই প্ৰকাশ পাইছিল। তাৰ পাচত আসাম ছাত্ৰ সন্মিলনত পুৰস্কাৰ ঘোষণা কৰি দামোদৰদেৱৰ জীৱনী খোজাত লিখকে আগৰ প্ৰবন্ধটোতে কিছু নতুন কথা সোমাই প্ৰতিযোগিতাত দিয়াত ডক্টৰ বাণীকান্ত কাকতীদেৱে পৰীক্ষা কৰি এই ক্ষুদ্ৰ জীৱনী খনিকে পুৰস্কাৰ যোগ্য বুলি অনুমোদন কৰে। বৰ্ত্তমানত তাৰ ঠাই বিশেষে লৰচৰ কৰিবৰ বা বঢ়াবৰ ইচ্ছা থাকিলেও এই সংস্কৰণত একো লৰচৰ নকৰি আগৰ দৰেই ৰাখা হৈছে।

দুজন বন্ধুৱে দুবেলি হাতে লিখা বহীখন চাব নি পলমকৈ ৰখাৰ বাবে ইয়াৰ প্ৰকাশৰ বাবে হতাশ হব লগীয়া হৈছিল। কিন্তু গুৰুৰ কৃপাত এইবাৰ কথমপি লৰা লৰিকৈ পুথি খনি প্ৰকাশ কৰা হ'ল। ত্ৰুটী বিচ্যুতিৰ বাবে সাধু সকলে মৰিষণ কৰে যেন।

এই ক্ষুদ্ৰ পুস্তিকা খনি সংগ্ৰহ কৰাৰ মূল আছিল পাটবাউসী সত্ৰৰ ভূতপূৰ্ব সত্ৰাধিকাৰ ৺গোবিন্দ দেব অধিকাৰ প্ৰভু। তেখেতে সমল গোটাই উৎসাহ নিদিয়া হলে লিখকৰ পক্ষে এই কাম সম্ভৱ হোৱাৰ কোনো আশাই নাছিল। লিখকে তেখেতৰ এই অকৃত্ৰিম সৌজন্যৰ কথা জীৱনত পাহৰিব নোৱাৰে।

বৰপেটা
১৫ ফাগুণ ১৮৭১ শক

বিনীত—
--: লিখক :—

# দামোদৰ দেৱ।

## তিনি সম্প্ৰদায়ৰ উৎপত্তি।

ইউৰোপ মহাদেশৰ নিচিনাকৈ আমিও পঞ্চদশ শতিকাটোক আমালোকৰ পুনৰভ্যুদয়ৰ যুগ (Renaissance period) বুলিব পাৰোঁ। ইউৰোপ মধ্য যুগৰ পৰা নতুন যুগত পৰি যেনে প্ৰদীপ্ত হৈ উঠিছিল সেইদৰে ভাৰতৰ চুকত থকা আসামেও এই যুগতে নতুন ধৰ্ম্ম, নতুন সাহিত্য আৰু সমাজ লাভ কৰি পৱিত্ৰ জ্ঞান বিদ্যাদিৰ পোহৰত উদ্দীপ্ত হৈ উঠিছিল। এই শতিকাতে শঙ্কৰদেৱ, মাধৱদেৱ, হৰিদেৱ প্ৰভৃতি ধৰ্ম্মবীৰ সকল আসামত অৱতীৰ্ণ হৈ বিধৰ্ম্মীৰ হেঁচাত চেপেটা পৰা আসামক নতুন ধৰ্ম্মত দীক্ষিত, নতুন জ্ঞানত শিক্ষিত আৰু নতুন সমাজ বান্ধনীৰে একত্ৰিত কৰি এক নতুন ঠাচেৰে গঢ়ি তুলিছিল। যি অমৃত সদৃশ শাস্ত্ৰৰস আগেয়ে কেৱল সংস্কৃতজ্ঞৰ ভিতৰত সীমাবদ্ধ আছিল সেই ৰস শঙ্কৰদেৱ, মাধৱদেৱ, ভট্টদেৱ ৰামসৰস্বতী, অনন্ত কন্দলি প্ৰভৃতি কবি সকলে পাৰ

বোৱাই আনি আসামৰ আবাল বৃদ্ধ বনিতাক হেপাহ পলুৱাই পিয়ালে।

তান্ত্রিক সকলে শ্রুতিত থকা "মদ্যমপেয়মদেয় মগ্রাহ্যং" কথা তল পেলাই—মদ্যং মাংসং তথা মৎস্যং মুদ্রা মৈথুন মেৰচ মকাৰ পঞ্চকং কৃত্বা পুনর্জ্জন্মন বিদ্যতে- শ্লোকৰ সৰল অৰ্থ কৰি পঞ্চ মকাৰ সেবনত দিয়া মত ধৰ্ম্ম প্রচাৰক সকলে যুক্তিৰে খণ্ডাই তাৰ ঠাইত শুদ্ধ ভগৱতী ধৰ্ম্মৰ বীজ অঙ্কুৰিত কৰি হিন্দু মাত্রকে এক সমাজক আনি এক ডোলেৰে বান্ধি পৰস্পৰে ভ্রাতৃভাৱে আগুৱাৰ বাট দেখুৱাই দিয়ে। সেই বাবেই আসামত আজি ছুৎমাৰ্গ বিচাৰ আন ঠাইতকৈ বহুত কম। অন্ততঃ ডাঙৰ সত্র বিলাকৰ কীৰ্ত্তন ঘৰ আজিও অসমীয়াৰ মনত জগন্নাথ তীৰ্থ সদৃশ।

ইয়াতে জয় ভয়তে এটা কথা উঠিব পাৰে যে যদিহে আসামত এক শুদ্ধ ভাগৱতী ধৰ্ম্মই প্রচাৰিত হৈছে তেন্তে তাত স্বতন্ত্র তিনি পন্থা হব লগাত পৰিল কিয়? সমাজৰ ভিতৰ ভাগ ভাগকৈ বিচাৰি চালে ইয়াৰ সিদ্ধান্ত ওলোৱাত বেচি পলম নহয়। সমাজত সততে তিনি শ্রেণীৰ মানুহ দেখা যায়, সৰল বিশ্বাসী

পণ্ডিতাভিমানী আৰু অসহায়া বা নাস্তিক। প্ৰথম বিধে সকলো কথা সহজে মানি লয়, যুক্তি তৰ্কৰ তিমান ধাৰ নধৰে। দ্বিতীয় বিধে বিনা যুক্তি প্ৰমাণে মৌখিক উক্তি মানি লব নোখোজে। তৃতীয় বিধে আৰু চাক্ষুষ প্ৰমাণ নাপালে একোকে বিশ্বাস নকৰে। তৰ্ক বিজ্ঞানৰ সাধাৰণ কথা এটাৰেই উদাহৰণ দিয়া যাওক। যদি এজনে কয় "ধোৱা যতে আছে জুয়ো তাতে আছে"। প্ৰথম দলে তাক তেতিয়াই মানি লব। দ্বিতীয় দলক তাক বুজাই সংস্কৃত তৰ্ক বিজ্ঞানৰ "যত্ৰ যত্ৰ ধূমো বৰ্ত্ততে তত্ৰ তত্ৰ অগ্নি বৰ্ত্ততে" এই সূত্ৰটি গাব লাগিব তেহে তেওঁলোকে তাত বিশ্বাস স্থাপন কৰিব। তৃতীয় দলে ইমানতো সৈভৰ নাথাই তাৰ প্ৰমাণ বিচাৰিব। আৰু হয়তো কব যে কিছু-মান জুই ধোৱা নহৰাকৈ হব পাৰে যেতিয়া ধোৱানো জুই নোহোৱাকৈ হব নোৱাৰিব কিয়? তেতিয়া তেওঁলোকক চাক্ষুষ প্ৰমাণ দি দেখুৱাব লাগিব যে "যত্ৰধূমঃ তত্ৰ অগ্নিঃ' হে সচা 'যত্ৰ অগ্নিঃ তত্ৰ ধুমঃ' সচা নহয়। এই চাক্ষুষ প্ৰমাণ দি যদি চকু ফুটাই দেখুৱাব পাৰা যায় তেহে এই শ্ৰেণী মানুহৰ বিশ্বাস হব।

বস্তুতে আকৌ আমাৰ আসামৰ ধৰ্ম্মক বামুণীয়া আৰু শূদিৰীয়া এই দুটা ভাগত ভাগ কৰে, কিন্তু আচলতে চালে ইয়াক তেনে ভাগত বিভক্ত হোৱা দেখা নাযায়। যাক শূদিৰীয়া বোলে তাতো বামুণৰ অভাৱ নাই আৰু যাক বামুণীয়া বোলে তাতো শূদ্ৰৰ অভাৱ নাই। তেনেহলে আমি এই দুটা ভাগ ভগাওঁ কেনেকৈ? যদি এই দুটাই ভাগ হয় তেনেহলে বামুণীয়াৰে আকৌ দামোদৰা আৰু হৰিদেৱী এই দুটা ভাগ হল কিয়? তেতিয়াৰ সমাজৰ অৱস্থা আৰু তাৰ গতিলৈ অনুমান কৰিলে এইটো সিদ্ধান্ত ওলাৰ গৈ যে তিনি ৰকমৰ মনৰ মানুহৰ পৰাকে তিনিৰকমৰ তিনি পন্থৰ সৃষ্টি হৈছে, কেৱল জাতি অনুসৰি বিভাগ হোৱা নাই। তিনিও পন্থৰ ধৰ্ম্ম মতে,' চাণ্ডালোঽপি দ্বিজোত্তমঃ হৰি ভক্তি পৰায়ণঃ' কথাষাৰ থকাত্তো আমি বামুণীয়া আৰু শূদিৰীয়া ভাগ ভগাওঁ কেনেকৈ? ভগালেই বা তাৰ সাৰ্থকতা থাকে ক'ত? এই বাবেই পন্থৰ ভাগত আমি জাতি নিবিচাৰি সমাজৰ মানুহৰ মনৰ অৱস্থালৈ যাব লাগিব। সমাজৰ মানুহৰ ভাব অনুসৰিহে আমাৰ এক বৈষ্ণৱ ধৰ্ম্মৰে তিনিটা শাখা হল।

ইয়াৰে প্ৰথম শাখা হৈছে মহাপুৰুষীয়া এওঁলোকে সহজে ভাগৱত ধৰ্ম্ম গ্ৰহণ কৰিলে। কিছুমানে ইয়াক বেদ আৰু ব্ৰাহ্মণ বিদ্বেষী বুলি কব পাৰে কিন্তু সেইটো যুক্তি যুক্ত নহয়, কাৰণ ইয়াৰ প্ৰৱৰ্ত্তক স্বয়ং শঙ্কৰদেৱে বেদ আৰু ব্ৰাহ্মণ দুইকো মানাৰ প্ৰমাণ তেওঁৰ ধৰ্ম্মত আৰু ধৰ্ম্ম শাস্ত্ৰত আছে।

দ্বিতীয় শাখা হৈছে দামোদৰী। এইটো পণ্ডিতী শাখা। সৰহ ব্ৰাহ্মণ পণ্ডিতে আগৰ মতৰ শাস্ত্ৰৰ বচন তুলি তাৰ অসাৰ্থকতা দেখুৱাই নতুন ধৰ্ম্মৰ গুৰুত্ব প্ৰতিপাদ্য কৰে; আৰু সেই যুক্তিৰ বলতে বহুত বিমুখ বিপ্ৰক সমুখ কৰিছিল।

তৃতীয় শাখা হৰিদেৱী। সমাজৰ তৃতীয় বিধ মানুহে ইয়াতো সৈতেৰ নামঘৰত হৰিদেৱে কিছুমান চাক্ষুষ প্ৰমাণ দেখুৱাই তেওঁৰ মত অনুসৰণ কৰে; হৰিদেৱৰ চৰিত্ৰত আছে যে পাগ সাজিৰ ধনুপাটা নামে এজন চহকী মানুহৰ ধানৰ মাজেদি হৰিদেৱ যাওঁতে সি তেওঁক 'সোন কণাই ধানৰ মাজেদি যাব' বুলি কোৱাত সি তৎক্ষণাত কণা হৈছিল, আৰু পিছত হৰিদেৱত শৰণ লোৱাত আকৌ ভাল হৈছিল। আৰু একদিন যদুমণি, জগন্নাথ প্ৰভৃতি ১২ জন

মদগৰ্ব্বী পণ্ডিত বামুণে একতোলা বিহ আনি ‘যি এই বিহ খাব পাৰে তেওঁক গুৰু মানিম’ বুলি শঙ্কৰদেৱৰ আৰু দামোদৰ দেৱৰ ওচৰলৈ যায়। তেওঁ-লোকে সেই পণ্ডিত কেইজনক হৰিদেৱৰ ওচৰলৈ পঠাই দিয়ে। হৰিদেৱে বিহ তোলা খাই যেনে তেনে থকা দেখি তেওঁলোকে তেওঁৰ ওচৰত শৰণ লয়। এনেকুৱা সমাজৰ বিভিন্ন প্ৰকৃতিৰ মানুহৰ পৰা এক ভাগৱতী ধৰ্ম্মৰে তিনিটা শাখা ওলায়।

## জন্ম বৃত্তান্ত।

প্ৰত্যেক মহাপুৰুষকে মানুহে ঈশ্বৰৰ অৱতাৰ বুলি ধৰে, কাৰণ, তেওঁলোকে অতিমানবিক ( Super human ) কাম কৰি সমাজৰ তেওঁলা ডেই তাৰ ওপৰত থিয় হব পাৰে। সমাজ আৰু সমাজত থকা মানুহৰ পৰস্পৰৰ মাজত অচ্ছেদ্য সম্বন্ধ থাকিলেও আৰু উভয়ে উভয়ক গঢ়া পিতা কৰিলেও এনে বিধৰ মহাপুৰুষ সকলে কষ্টি পাথৰৰ দৰে সমাজক হে ঘঁহি

মাজি মাৰ্জ্জিত কৰে; তেওঁলোকে নিজ আকৰত সমাজক পুৰি গঢ়ি তোলে কিন্তু নিজে সমাজৰ আকৰত নোসোমায়। আমাৰ শঙ্কৰদেৱ, মাধৱদেৱ প্ৰভৃতি গুৰু সকলো এনে বিধৰ অতি মানবিক মানুহ (Super human beings) তেওঁলোকে সমাজ গঢ়িছিল কিন্তু সমাজে তেওঁলোকক ছাব দিব নোৱাৰিলে। এনে বিলাক কাৰণৰ পৰাই আমি তেওঁলোকক মহাপুৰুষ বোলোঁ আৰু ঈশ্বৰৰ অৱতাৰ বুলি মানোঁ। তেওঁলোক আমাৰ দৰে সাধাৰণ মনৰ মানুহ হোৱা হেতেন সমাজ আৰবে তেওঁলোককো নিজ গঢ়ত নগঢ়ি নেৰিলে হয়।

এইবিলাক কাৰণৰ পৰাই দামোদৰ দেৱকো ঈশ্বৰৰ অৱতাৰ বুলি ধৰা হয় আৰু সেই বাবেই নানান পৌৰাণিক গল্প তেওঁৰ গাত খটোৱা হয়। পুৰণি চৰিত্ৰ পুথিত তেওঁৰ ওপজাৰ দুটা কাৰণ দিছে; এটা হৈছে লুভিয়া ইন্দ্ৰই কুলষিত কৰা গোতমৰ বংশ উজ্জ্বল কৰা আৰু আনটো হৈছে পুত্ৰজ্ঞান কৰি মুক্তি নোপোৱা বসুদেৱ দৈৱকী ৰূপী সদানন্দ আৰু সুশীলাক মুক্তি দিয়া। যি কি নহক সৎপুত্ৰ কুলৰ চাকি যে তাত অকনো সন্দেহ নাই। পৌৰাণিক ঘটনাৱলীৰ

কেচি অৱতাৰণা নকৰিলেও মাত্ৰ যদি তেওঁৰ কাৰ্য্য কলাপলৈ লক্ষ্য কৰা যায় সেয়ে তেওঁৰ মহাপুৰুষত্ব সম্পাদনৰ পক্ষে যথেষ্ট সাক্ষ্য প্ৰদান নকৰি নাথাকিব।

দ্বিজ কৃষ্ণদাসে কৰা 'সন্ত চৰিতত' গৌতমৰ পৰা একৈশ পিৰিৰ পিচত দামোদৰ দেৱৰ জন্ম হোৱা বুলি লিখা আছেঃ——

গৌতমৰ পুত্ৰ নাতি অনুক্ৰমে ভৈলা।
একাধিক বিশংতি পুৰুষ বহি গৈলা॥

কৃষ্ণমিশ্ৰই কৰা 'দামোদৰ চৰিতত্ত্বো' গৌতমৰ পৰা একৈ পিৰিৰ পিচত দামোদৰ দেৱৰ উপজা বুলি পোৱা যায়ঃ——

একৈশ পুৰুষ অন্তৰে দামোদৰ।
তান জন্ম কথা আবে শুনা নিৰন্তৰ॥

নীলকণ্ঠ আৰু ৰামৰায়ে লিখা চৰিত্ৰত এঘাৰ পুৰুষ পিচত দামোদৰৰ দেৱৰ জন্ম বুলি লিখিছে। আৰু আন এজনে এপ পুৰুষ পিচত বুলি লিখিছে :—

গৌতমৰ হন্তে শত পিৰিৰ অন্তত।
সদানন্দ গৃহে প্ৰভু ভৈলন্ত বেকত॥ (আসাম বান্ধব)

এওঁলোক আদিতে কাজোৰ ওচৰৰ বশেশ্বৰ গাওঁত

বাস কৰিছিল। সদানন্দই বঙেশ্বৰৰ পৰা ভাগি গৈ নগাওঁ জিলাৰ বৰদোৱাৰ দক্ষিণে থকা নলচা গাওঁত থিতাপি লাগে। এই নলচা গাওঁতে দামোদৰ দেৱ উপজিছিল। বহুতে দামোদৰ দেৱ পাটবাউসীৰ আছিল বুলি কয়। দামোদৰ দেৱৰ আটাই কেইখন চৰিত্ৰতে আৰু হৰিদেৱৰ চৰিত্ৰতো তেওঁৰ জন্মস্থান নলচা বুলিহে পোৱা যায়।

দামোদৰ দেৱৰ জন্মস্থান সম্পৰ্কে যোৰা বহুত আছে :——

মণিকূট পৰ্ব্বতৰ পূৰ্ব্বে কৃষ্ণে দামোদৰ বিপ্ৰ ৰূপে
কলিত হৈবন্ত সন্তৰূপে অৱতাৰ।
পুৰাণত ব্যাসে কহি আছে, কহি অৱতাৰ হৈব পাছে
কৃষ্ণৰ ভকতি কৰিব বিস্তাৰ।
পাছে কাম পীঠে কৰি বাস কৃষ্ণ পাদ-পদ্ম কৰি আশ
কলিত কেৱল ভক্তি মাৰ্গ প্ৰবৰ্ত্তাই,
পুনৰপি বহু পীঠে যায়া অসংখ্যাত জীৱ নিস্তাৰিয়া
নিজ স্বৰূপক লভিবন্ত ধাম গাই।

এই নলচা গাওঁতে সুশীলাদেৱীৰ গৰ্ভত ১৪১০ শকৰ ফাগুন মাহত দেৱ দামোদৰ ওপজে। বুদ্ধদেৱ উপজিবৰ সময়ত শুদ্ধোদনৰ হাতীয়ে সপোনত মায়াদেৱীক ঠাই খোজাদি দামোদৰ জন্মাৰ আগতে সুশীলা

দেৱীয়েও এজন বামুণে তেওঁৰ ওচৰত থকাঠাই খোজা সপোন দেখিছিল। মহাপুৰুষ মাত্ৰৰে জন্মত এনেকুৱা অলৌকিক ঘটনাৰ সমাবেশ দেখা যায়।

গুৰুলীলা আৰু কৃষ্ণ মিশ্ৰৰ দামোদৰ চৰিত্ৰত দামোদৰ দেৱৰ নাম শঙ্কৰদেৱে থোৱা বুলি আছে :—

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰত কৈলা
শুনিয়া শঙ্কৰে অতি আনন্দ লভিলা।
বৈকুণ্ঠৰ পতি তযু পুত্ৰ হৈলা জাত।
দামোদৰ নাম হৈব লোকত প্ৰখ্যাত।

কিন্তু বাণীত প্ৰকাশ হোৱা গুৰু চৰিত্ৰ আৰু শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা কৃত "শঙ্কৰ দেৱত" ১৪১১ শকত মাধৱদেৱৰ জন্ম লোক সেই সময়ত শঙ্কৰ দেৱ বৃন্দাবনত থকা বুলি লিখা আছে। এই কথাটি দেখাত অসঙ্গত যেন পাই। কিন্তু তলকৈ চৰিত্ৰ পুথি ফঁহিয়াই চালে ই যে অসঙ্গত নহয় তাৰ প্ৰমাণ পোৱা যায়। গুৰু চৰিত্ৰৰ এঠাইত আছে যে শঙ্কৰদেৱ আলি পুখুৰীত ২০ বছৰ আৰু বৰদোৱাত ৭ বছৰ থকাৰ পিচত প্ৰথমবাৰ তীৰ্থলৈ গৈ তাত ১২ বছৰ থাকে। এই বছৰবোৰ যোগ কৰাত ৩৯ হয়। ১৩৭১ শকত শঙ্কৰ দেৱৰ জন্ম। তেনেহলে ১৩৭১+৩৯=১৪১০

শকত শঙ্কৰ দেৱ তীৰ্থৰ পৰা উভতি আহে। ১৪১০ শঙ্কৰ শেষ ভাগত তেওঁ দামোদৰৰ জন্ম কথা শুনা একো আচৰিত নহয়।

শঙ্কৰ দেৱৰ চৰিত্ৰ মতে তেওঁ ২৫ বছৰ বয়সত গাংমৌত পোৰস্লা হয় তাৰ এবছৰ পিচত হৰিপ্ৰিয়াৰ মাক ঢুকায়। তাৰ পিচতে আক পিতামহ ঢুকোৱাত তেওঁ তীৰ্থক যায়। তেওঁৰ পত্নী ঢুকোৱাৰ এবছৰ পিচত যদি পিতামহ ঢুকায় তথাপি তেওঁ ২৭ বছৰতে প্ৰথমবাৰ তীৰ্থক যোৱাটো সঁচা হয়। কামৰূপলৈ অহা শক নিৰূপণত এই বিষয় বহলাই কোৱা হব।

যি কি নহক সদানন্দ আৰু শঙ্কৰ দেৱৰ মাজত সম্বন্ধ থকা কথাটি নপতিয়াই নোৱাৰি। তেতিয়া শঙ্কৰ দেৱক নজনা মানুহ আসামত নাছিল বুলিলেই হয়; তেনেস্থলত ওচৰা ওচৰি গাঁৱত থকা বিষ্ণুভক্ত সদানন্দই যে শঙ্কৰ দেৱক চিনিছিল ই হবই পোৱাবে। সৰুৰে পৰা শঙ্কৰ দামোদৰৰ যে চিনা জনা আছিল তাৰ তেওঁলোকৰ সম সাময়িক কবি ভট্টদেৱৰ লিখাতো পোৱা যায়:--

লোক মুখে শুনিলো কথা দামোদৰ।
শঙ্কৰৰ চেলা ভক্তি কৰিব অপাৰ॥

দামোদৰ দেৱ এজনা বৰ গুৱনি পুৰুষ আছিল। ভট্টদেৱে তেওঁৰ অঙ্গ প্ৰত্যঙ্গ আৰু গুণাৱলি বৰ্ণাই 'গুৰু ভটিমা' নামে এখন সুন্দৰ ক্ষুদ্ৰ পুথি লিখি গৈছে। তাৰ আৱাৰ চেৰেক ইয়াত টুকি দিয়া হল :—

দিনকৰ কিৰণ বিকশিত পঙ্কজ নিন্দিত চৰণ দ্বয়,
পৰভুজ বিস্কৃত বাম কদলী জিত কোমল উৰুযুগ ধাম,
উদৰ কৃশতৰ নাভি সৰোবৰ ঊৰ্দ্ধে বিৰাজে তিনি ৰেখ.
স্কন্ধত নৱগুণ উত্তৰী পৰাৱণ বহল হৃদয় বিশেষ।
গণ্ডৰ কলেৱৰ মুৰতি কৰিকৰ বাসুকী সমভুজ দণ্ড।
চম্পক কলিসম অঙ্গুলি-নখ গণ ৰশ্মি হসিত শশী খণ্ড।
চিবুক বিলসতি ৰক্ত অধৰ প্ৰতি সুবিমল পাতল গণ্ড।
উন্নত তিল ফুল নাসিকা নিৰ্ম্মল দাড়িম্ব বীজোপম দন্ত।
মলয়াৰ চন্দন তিলক বিলেপন উজ্জ্বল বদন বিকাশ।
গম্ভীৰ জলধৰ ভাষণ সুমধুৰ সজল জলদ জিনি কেশ।

দামোদৰ দেৱ ডাঙৰ হৈ কলাপী ভট্টাচাৰ্য্যৰ ওচৰত বিদ্যা শিক্ষা কৰি অলপ দিনতে সকলো শাস্ত্ৰত পাৰ্গত হয়। তেতিয়াৰে পৰা তেওঁৰ মনত পবিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ বীজ অঙ্কুৰিত হয়। তাৰ পিচত ১৬ বছৰ বয়সত তেওঁ বিয়া কৰায়। বিয়াৰ কিছুদিন পিচতে তেওঁৰ পিতাক আৰু ডাঙৰ ভায়েক দুজন ঢুকায়।

## কামৰূপ আগমন।

এই সময়ত চুতমুণ্ড বজাৰ দিনত হাজীধৰা বা ভূঞা ধৰা গণ্ডগোল লাগে। শঙ্কৰ দেৱ আদি ভটিয়াই আছে। তেওঁলোক আহোতে দামোদৰ দেৱকো লগ ধৰিছিল কিন্তু তেওঁৰ মাতৃ বিয়োগ হোৱাৰ বাবে সেইদিন পিচত হে আছে :—

মাতৃশ্ৰাদ্ধ কৰো বুলি শঙ্কৰ পুছিলা।
দামোদৰৰ গুৰু ভটিবাই আছিলা। ভট্টদেৱ।
[illegible]
আপুনি যাইবা দামোদৰেও বুলিলা॥
ইঠাই মাতৃ কৰ্ম্ম কৰো সমাপত। ৰামৰায়
দামোদৰে মাতৃ কৰ্ম্ম কৰিবাক চাই।
[illegible] ভূঞাবধা আহোম ৰাজ্যত। ১০১।
আমি পাছে যাইবো দামোদৰেও বুলিলা।
ইঠাইতে মাতৃ কৰ্ম্ম কৰি সমাপত।
হেন শুনি শঙ্কৰৰ হৰিষ মনত। ১০৪। কৃষ্ণমিশ্ৰ।

দামোদৰ দেৱে ১৪২৭ শকত ভটিয়াই আহি প্ৰথমতে তেওঁলোকৰ আদিগাওঁ বত্নেশ্বৰত থাকি

হাজোৰ মাধৱৰ স্থানলৈ অহা যোৱা কৰোঁতে চৈতন্য দেৱৰ ভাও লগ পাইছিল :——

বৰাহ কুণ্ডত পূৰ্ব্বে চৈতন্য আছিলা।
মনিকূটে দুয়োজনে সম্ভাষণ হৈলা।

এই সম্বন্ধে ভট্টদেৱেও লিখিছে :——

বৰাহকুণ্ডে নৌকা বান্ধি মনিকূটে গৈলা।
চৈতন্য সহিতে হৈতে দেখা দেখি হৈলা।

বহুতে এই কথাখিনি স্বীকাৰ কৰিব নোখোজে কিন্তু চৈতন্য চৰিতত লিখা আছে যে তেওঁ পঢ়াশালি পাতি ছাত্ৰ পঢ়াইছিল আৰু যেতিয়া তেওঁ জন সমাজত নিমাই পণ্ডিত নামে জনাজাত আছিল তেতিয়া তেওঁ এবাৰ তেওঁলোকৰ আদি বাসস্থান পূৰ্ব্বাঞ্চললৈ ফুৰিব আহিছিল। এই সময়ত তেওঁ কামৰূপলৈকো আহি কামাখ্যা, মাধৱ, উমানন্দ প্ৰভৃতি নামজ্বলা তীৰ্থবোৰ দেখিছিল ই একপ্ৰকাৰ স্বতঃসিদ্ধ। হাজোত আজি কালিও চৈতন্যৰ গুহা নামে এটি পৰ্ব্বতৰ গুহা আছে। সম্ভৱতঃ তাত চৈতন্যদেৱ কিছুদিন আছিল আৰু সেই সূত্ৰেই ইয়াৰ সেই নাম হৈছে। এই সময়তে দামোদৰ দেৱৰ লগত তেওঁৰ দেখা হোৱাটো অসম্ভৱ বা আচৰিত নহয়।

আমি অনুমান কৰা ১৪২৭ শকতে যদি দামোদৰ দেৱ ভটিয়াই অহাটো সঁচা হয় তেন্তে তেওঁ যে চৈতন্যক হাজোত লগ পাইছিল সেইটোও খুব সম্ভৱ। তেতিয়া তেওঁ শ্ৰীহট্ট প্ৰভৃতি ঠাইলৈ অহাৰ উল্লেখ তেওঁৰ জীৱনীত আছে। "ইহাৰ পৰ নিমাই পণ্ডিত একবাৰ শিষ্য মণ্ডলী সহ পুৰ্ব্বাঞ্চলে শ্ৰীহট্ট প্ৰভৃতি স্থানে কিছুকালেৰ জন্য গমন কৰেণ।" সেই সময়তে তেওঁ হাজোৰ অহাটোও সম্ভৱ বুলি আমি আগতে কৈ আহিছো। চৈতন্যদেৱৰ জন্ম ১৪০৭ শঁক এতেকে তাৰ ২০ বছৰ পিচত হলে ঠিক ১৪২৭ শঁকেই হয়। কোনো কোনোগ্ৰন্থ কৰ্ত্তাই শঙ্কৰদেৱে ১৪৬৮ শকত কামৰূপক অহা বুলি কয় কিন্তু শঙ্কৰদেৱৰ দামোদৰদেৱৰ আগেয়ে কামৰূপক আহে এতেকে তেওঁ এই ১৪২৭ শঁকত অহাটো নিশ্চয়।

চৈতন্যদেৱৰ তিৰোভাৱৰ শঁক ১৪৫৫। সেই সময়ত শঙ্কৰদেৱ পুৰীত থকা বুলি বেচিভাগ মহাপুৰুষীয়া আৰু দামোদৰী চৰিত্ৰ পুথিত পোৱা যায়। গোপালদেৱৰ চৰিত্ৰতো শঙ্কৰদেৱে দ্বিতীয়বাৰ মাধৱদেৱ প্ৰভৃতি সৈতে পাটবাউসীৰ পৰা তীৰ্থক যোৱাত চৈতন্যদেৱক পুৰীত লাগ পোৱাৰ কথা লিখা আছে।

সেই সময় ৰথ যাত্ৰা আছিল। অকস্মাৎ ৰথৰ গতি বন্ধ হোৱা দেখি সকলো মানুহে আচৰিত মানিছিল পিচত চৈতন্যদেৱ আহি সাক্ষাৎ কৰাতহে ৰথ যায়। মাধৱদেৱে এই কথা গোপালদেৱৰ আগত কোৱা বুলি লিখা আছে। শঙ্কৰ দেৱে চৈতন্যক দেখা কৰা আৰু তেওঁ শঙ্কৰ দেৱক কিছুমান পুথি কাৰাণা দিয়া বুলি ইয়াতে উল্লেখ থকা দেখা যায়। শঙ্কৰ দেৱ ১৪৬৮ শকত কামৰূপক অহা আৰু তাৰ অনেক বছৰ পিচত নাপাগে সেই বছৰত পুৰীক যোৱা হলেও চৈতন্যক লগ নাপালে হেঁতেন।

কৃষ্ণমিশ্ৰ আৰু নীলকণ্ঠই এৰা দামোদৰ চৰিত্ৰতো ৰামৰামগুৰু আৰু শঙ্কৰদেৱে চৈতন্যক পুৰীত লগ পোৱাৰ কথা যায়:——

ৰাম ৰাম গুৰু সমে পশ্চিমক গৈলা।
কৃষ্ণ চৈতন্যক পাচে দেখিলা সাক্ষাৎ।
পুৰ্ব্বাপৰ পুছিলন্ত কথা যত যত। ১৬৪
শঙ্কৰৰ আগত কহিলা সবে মানি।
ভকতিৰ তত্ত্ব যত যত থেনি মানি।
শঙ্কৰেও শুনি বৰ আনন্দ লভিলা।
এক যে শৰণ ধৰ্ম্ম চৈতন্যে ৰাখিলা॥

ইয়াৰ পৰা এইটোও বুজা যায় যে শঙ্কৰদেৱে আগেয়ে এক শৰণ ধৰ্ম্ম চলাইছিল আৰু চৈতন্যৰো সেনে ধৰ্ম্ম দেখিহে আনন্দ পালে।

শঙ্কৰদেৱ চৰিত্ৰতো চৈতন্যই উক্তি সেৱা কৰাৰ বাবে শঙ্কৰদেৱে তেওঁৰ শিষ্যবিলাকক তেওঁক সেৱা কৰিবলৈ হাক দিয়াৰ কথা আছে। নীলকণ্ঠই লিখা দামোদৰ চৰিত্ৰতো একে কথাই আছে :—

শঙ্কৰে বোলন্ত সব ভকত শুনিবা।
চৈতন্যক দেখি নমস্কাৰ নকৰিবা।
তাহাক নমিলে তুলাই উন্নতি নময়॥

শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ "শঙ্কৰদেৱ" এই কথাটি (শঙ্কৰ চৈতন্যৰ) সচাঁ বুলি ধৰি কাৰবাৰ শক ধৰাতহে গণ্ডগোল হোৱা বুলি লিখিছে। সেইটি বাস্তৱতে সচাঁ; তেওঁ লিখিছে "নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণৰ তাৰিখ ১৪৬৮ শক শুধ হলে, আৰু শঙ্কৰদেৱ সেই শকতে আহোম ৰাজ্য এৰি কোচৰাজ্যলৈ যোৱাটো নিভু'ল হলে, তেওঁ পাটবাউসীৰ পৰা দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে নদীয়াত বা পুৰীত চৈতন্যৰ সৈতে সাক্ষাৎ হোৱাটো অসম্ভৱ হয়; কাৰণ চৈতন্যৰ মৃত্যু ১৪৫৫

শংকৰ।" তাৰ পিচত আকৌ লিখিছে :— "নৰনাৰায়ণৰ পুথিত কিংবা শঙ্কৰ দেৱৰ আন জীৱনীত অথবা মহাপুৰুষীয়া সত্ৰত চৰিত্ৰ পোথিতে নৰনাৰায়ণে আহোম দেশ আক্ৰমণ কৰা বছৰত, শঙ্কৰদেৱ আহোম ৰাজ্য এৰি ভাটীলৈ যোৱাৰ কথা নকয়। আহোম ৰজাৰ দৌৰাত্ম্যত বিৰক্ত হৈ আৰু ঘাইকৈ ভূঞাসকলক আহোমে কটিলত শঙ্কৰদেৱে যৎপৰোনাস্তি শোক পাই আহোম ৰাজ্য এৰিলে, আৰু সম্ভৱতঃ নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰা বছৰৰ আগেয়েই। আমি মাত্ৰ নৰনাৰায়ণৰ কেইটা বছৰৰ আগেয়ে শঙ্কৰে আহোম ৰাজ্য এৰি যোৱা বুলি কওঁ। আমাৰো এই খিনিয়ে বিশ্বাস। ইয়াৰ দ্বাৰাই প্ৰমাণিত হয় যে শঙ্কৰদেৱ চৈতন্যদেৱৰ তিৰোভাবৰ বহু বছৰ আগেয়ে কামৰূপক আছে।

বহুতৰ লিখাতে পোৱা যায় যে হাতীধৰা গণ্ডগোল আহোম ৰজা চুহুম্মুঙৰ দিনত হয়। এই গণ্ডগোলতে হৰি ভূঞাই কটা যোৱাত শঙ্কৰদেৱ উঠিয়াই আহে। এই জনা ৰজাৰ ৰাজত্বৰ কাল ১৪১৯ শকৰ পৰা ১৪৬১ শকলৈ। যদি এওঁৰ ৰাজত্বৰ দিনতে

শঙ্কৰদেৱ ভটীয়াই অহাটো সচাঁ হয় তেন্তে সি ১৪৯৮ শকৰ আগেয়ে।

পাটবাউসী সত্ৰ স্থাপনৰ শক ১৪৯২। অৰ্থাৎ দামোদৰদেৱ আহিয়ে এই সত্ৰ স্থাপন কৰা নাছিল। প্ৰথমে ধৰ্ম্ম প্ৰচাৰ কৰি তাৰ পিছতহে শকত কৰিহে এই সত্ৰ স্থাপন কৰিছিল, গতিকে ইয়ো সাক্ষীদিয়ে যে শঙ্কৰদেৱ দামোদৰদেৱ প্ৰভৃতি ১৪৬৮ শকৰ আগেয়ে আহিছিল। দামোদৰদেৱৰ শিষ্য ভগবানদেৱে গোবিন্দপুৰ সত্ৰ স্থাপন কৰে ১৪৭০ শকত। তেওঁ দামোদৰদেৱৰ প্ৰথম শিষ্য নহয়েই গতিকে ইয়ো তেওঁলোক ১৪৬৮ শকৰ আগতে অহাটোকে প্ৰমাণ কৰে।

শঙ্কৰদেৱৰ চৰিত্ৰতো তেওঁ যে ১৪২৬।২৭ শকতে কামৰূপক আহিছিল তাৰ প্ৰমাণ পোৱা যায় :—

এবে শুনিওক কথা চৰিত্ৰ সুন্দৰ।
শঙ্কৰৰ ভৈলা পঞ্চ বিংশতি বৎসৰ॥
এহিমতে সৰ্ব্ব সব ৰাজ্যক চৰ্চ্চিলা।
হৰি প্ৰিয়া মাতৃ পাছে পৰলোকে গৈলা॥

এই হৰি প্ৰিয়াৰ (মনুৰ) মাক আৰু শঙ্কৰদেৱৰ পিতামহ চণ্ডীবৰে তেওঁ তীৰ্থকৰিগৈ ১২ বছৰৰ মূৰত তাৰ পৰা উভতি আহি আকৌ কিছুদিন

গাহমোত থাকি কোচ বিসাকব উপস্থিত তাব পবা ধুগ্ৰা হাটলৈ যায় :--

এহিমতে পঞ্চকুলে আছে রঙ্গমনে।
শুন ধুগ্ৰা হাট লৈগলন্ত যি কাবণে॥
দুর্লভ নাবায়ণ কমতাব অধিপতি।
তাব মৃত্যু হৈলা একো নৈবেলা সন্ততি॥
এহিমতে বহি গৈলা দ্বাদশ বৎসব॥
অবাজক দেখি জগতব চিন্তি হিত।
উপার্জ্জিলা পুত্র হবে কুবাচ নাবীত॥
মহেশ্বব বীর্য্যে বিশ্বসিংহ উপজিলা।
ভূঞা সকলকে মাৰি নিবাক থুজয়॥
সেহি ভয়ে শঙ্কব সহিতে গুৰু তাক।
ব্ৰহ্মপুত্ৰে উজাইলন্ত ধুগ্ৰা যে চাবিক॥

ধুগ্ৰা হাটত ১২ বছৰ থকাৰ পিচত শঙ্কৰদেৱ ভটীয়াই যায়। বিশ্বসিংহ বজা হোৱাৰ ২।৩ বছৰ পিচত ভূঞা সকলক আক্ৰমণ কৰিলে সি ১৪১৪।১৫ শক হয় কাৰণ তেওঁ ১৪৯০ খৃষ্টাব্দ বা ১৪১২ শকত বজা হৈছিল। এই ১৪১৪।১৫ বৰ্ষগত ১২ বছৰ যোগ কৰিলে আমি শঙ্কৰদেৱৰ ভটীয়াই আহাৰ শক পাওঁ ১৪২৬।২৭।

বাঁহীত প্ৰকাশ হোৱা গুৰু চৰিত্ৰত আছে শঙ্কৰদেৱে তেওঁৰ জন্মস্থান আলিপুখুৰীত ২০ বছৰ আছিল। তাতে তেওঁৰ জীয়েক মনুক বিয়াদি ২৩ বছৰত তীৰ্থক যোৱা বুলি লিখা আছে: "এই সময় গুৰু ঈশ্বৰৰ বয়স ২৩ বছৰ মাথোন হৈছিল।" ইয়াৰ প্ৰতিবাদত শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই লিখিছে যে, যদি তেওঁ অন্ততঃ ২০ বছৰ বয়সতে বিয়া কৰাইছিল আৰু বিয়াৰ দুবছৰ পিচতে জীয়েক উপজিছিল আৰু সেই জীয়েকক ৮ বছৰ বয়সতে গৌৰীদান দি গৈছিল তথাপি তেওঁ ৩০।৩২ বছৰত প্ৰথমবাৰ তীৰ্থক যোৱা পোৱা যায়। অৱশ্যে তেওঁ ২০ বছৰৰ আগতে বিয়া কৰোৱাও আচৰিত নহয়। আৰু ঘৈণীয়েকৰ মৃত্যুত ২ বছৰীয়া জীয়েককো বিয়াদি সংসাৰৰ পৰা নিলিপ্ত হৈ তীৰ্থক যোৱাও আচৰিত নহয়। বিশেষকৈ সেই সময়ত তীৰ্থ কৰা আজি কালিৰ দৰে সুচল নাছিল গতিকে তেনে জীৱনৰ অনিশ্চয়তাৰ আগতে জীয়েকক এজনক গতাই দি যোৱা ভাল বুলি তেনে কৰিবও পাৰে, নাইবা জীয়েকৰ ভাৰ ভায়েকৰ ওপৰত দিও যাব পাৰে। হৰিৰ তত্বাৱধানো বনগঞা গিৰিয়ে লব

লগা হোৱাৰ পৰাই তেওঁৰ কম বয়সকে বুজায়। গতিকে এইবিয়া গৌৰীদানৰো আগ হোৱা আচৰিত নহয়। সূৰ্য্যৱতীৰো মনুৰ বাহিৰে আৰু আন সন্তি সন্ততি নাই, গতিকে তেওঁ মনুৰ কেচুৱা অৱস্থাতে ঢুকোৱা বুলিহে অনুমান হয়। সেই নিমিত্তে ইয়াতো শঙ্কৰদেৱ ২৫।২৬ বছৰ বয়সতে প্ৰথমবাৰ তীৰ্থক যোৱা বুলি ধৰাত প্ৰতিবন্ধকতা নোপজে। ইয়াৰ পিচত গুৰু চৰিত্ৰৰ এঠাইত আলি পুথুৰীত ৬০ বছৰ থকা বুলি ধৰিছে। কিন্তু আগত দিয়া ২০ আৰু ২৩ থিকেই আছে। এটা হলে ভুল বুলি ধৰিবৰ সুবিধা থাকিল হয়। কাকতীৰ দোষত "ডেৰব" ঠাইত "তেৰ" হব পাৰাৰ দৰে ইয়াতো ২৬ৰ ঠাইত ২৩ হোৱা আচৰিত নহয়। তেনেহলে মনুৰ বিয়াও ২।৩ বছৰত নহৈ ৬।৭ বছৰলৈ যাব পাৰে। তেনে বয়সত বিয়া হোৱা হিন্দু সমাজত একো আচৰিত নহয়। আজি কালি মানুহ পিয়লৰ কাকত (Census Report) তাৰ যথেষ্ট প্ৰমাণ। ১৯২১ চনৰ মানুহ পিয়লৰ কাকতৰ পৰা জনা যায় যে আসামত হিন্দুৰ ভিতৰত ৫ বছৰলৈ বিয়া হোৱা এশ জনীৰো বেচি ছোৱালী আছে। এই

আলি পুখুৰীত ২০ বছৰ ধৰি হিচাব কৰি চালে দেখা যায় যে শঙ্কৰদেৱে আমি অনুমান কৰা ১৪২৭ শকত কামৰূপক অহাটো সম্ভব :—

| | | | |
|---|---|---|---|
| আলিপুখুৰীত | „ | „ | ২০ বছৰ |
| বৰদোৱাত | „ | „ | ৭ „ |
| তীৰ্থত | „ | „ | ১২ „ |
| গাংমৌত | „ | „ | ৫ „ |
| ধুএগাহাট<br>বেলগুৰি } | „ | „ | ১২ „ |

মুঠ ৫৬ বছৰ। ১৩৭১+৫৬ অৰ্থাৎ ১৪২৭ শক।

নতুন খণ্ড ২য় ভাগ জোনাকীত হৰিদেৱ প্ৰবন্ধ লিখকে তেওঁ ভটীয়াই আহাৰ শক ৩০৮ পৃষ্ঠাৰ ফুটনোটত এইদৰে দিছে :—

'এওঁ চুহুন্মুং ৰজাই হব পায়। এওঁৰ ৰাজত্ব ১৪১৯ শকৰ পৰা (৺ৰায় গুনাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী) ১৪৬১ শকলৈকে। এওঁৰ দিনত ১৪১২, ১৪২৮, ১৪৫৪ আৰু ১৪৫৮ শকত যুদ্ধ হয়। আমাৰ বিবেচনায় ১৪২৮ শকৰ যুদ্ধই চৰিতৰ লিখিত ঘটনা।' এই ঘটনা হৈছে এই— আগেয়ে যুজাক বিলাকে যুজ কৰিবলৈ যোৱাত যুদ্ধৰ ঠাইত খাবলৈ

ভাত টোপোলা বান্ধি নিছিল। হৰিদেৱে নতুন বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাত মানুহ বিলাকে ইয়াতে অস্বীকাৰ কৰে আৰু হৰিদেৱৰ পৰা এনে কাম হোৱা বুলি ৰজাই তেওঁক নিৰ্য্যাতন কৰিব খুজে তাতে তেওঁ ভটীয়াই আহে। হৰিদেৱ শঙ্কৰদেৱ আৰু দামোদৰ দেৱতকৈ অলপ পিচত আহে। গতিকে ইয়ো আমি থিক কৰা শঙ্কৰদেৱ আৰু দামোদৰ দেৱ ভটীয়াই অহা শক ১৪২৭ শককে আঙ্গুলিয়াই দিয়ে।

ৰামচন্দ্ৰ ঠাকুৰ বিৰচিত কথা চৰিতত আছে— "শ্ৰীমাধবদেৱে মাতৃৰ কৰ্ম্ম কৰিবলৈ যোৱাত নাৰায়ণ দাসে চুনপোৰাত গুৰুজনক পাই তাতে ভক্তি লভিছে। তাত শ্ৰীশঙ্কৰ গুৰুৰ পুত্ৰ হৰিচৰণ ঠাকুৰ জন্মিছে।" দামোদৰ দেৱ কোচ বিহাৰত থাকোতে শঙ্কৰদেৱৰ নাতি যোৱাঁইয়েক পুৰুষোত্তম ঠাকুৰৰ বিধৱাই ৰজালৈ ফুল নিৰ্ম্মালি পঠিয়ায়। শূদিৰৰ বিধৱাই এনেকাম কৰাত কুটবামুণ সকলৰ পৰামৰ্শ মতে ৰজাই তেওঁৰ জগৰ ধৰি পঠিয়ায়। ঠাকুৰ পত্নীয়ে দামোদৰ দেৱলৈ এই বিপদৰ বাতৰি কৈ পঠিয়ায়। দামোদৰ দেৱে ৰজাক কৈ তেওঁৰ জগৰ এৰুৱায়।

শঙ্কৰদেৱৰ ৯৭ বছৰ বয়সত কামৰূপক অহা হলে ৯৮ বছৰ বয়সত তেওঁৰ পুতেক জন্মা হলেও ১৫২০ শকৰ আগত নাতি বোৱাৰীয়েকে ৰজাৰ আগত এনে ভগবন্ত পাৰৰ লোৱাবিলে হয়। এই আটাইবিলাক কথাই তেওঁলোক ১৪৬৮ শকৰ আগতে আৰু ১৪২৭ শকতে কামৰূপক অহাকো প্ৰমাণ কৰে।

## কামৰূপত থিতাপি

আহোমৰ অত্যাচাৰত শঙ্কৰদেৱে দামোদৰ দেৱক লগ ধৰি ১৪২৭ শকত আহি প্ৰথমে কামৰূপ জিলাৰ বৰ্ত্তমান সৰ্কক্ষেত্ৰি মৌজাৰ নাপাল বিলৰ পাৰত কিছুদিন বাস কৰিছিল, পিছত সেই ঠাই অস্বাস্থ্যকৰ দেখি তাৰ পৰা আহি বৰপেটাৰ চুনপোৰাত (পালাদিত) বয়। মাধৱদেৱৰ ভেটিয়া বৰপেটাৰ এমাইলমান পূৰ্ব্বদিনে থকা বাধাদি গাঁওত আছিল। ইয়াতে মাধৱ দেৱৰ নাক চুকায়। ভেটিয়া মাধৱ দেৱে এবাৰ ভাৰ্থলৈ যায় আৰু তাৰ পৰা তেওঁ-লোকৰ পূৰ্ব্বপুৰুষ সকলৰ দেশ উজনিলৈ গৈ ভায়েক দামোদৰৰ লগত কিছুদিন থাকি উভতি আহে।

ইয়াৰ পিচত শঙ্কৰ দেৱ কুমাৰ কুচিত আৰু মাধৱ দেৱ কলবৰিয়া কুচিত (দুন্দুবীদিয়াত) আছিল। ইয়াত ঠাই সুবিধা জনক নেদেখি শঙ্কৰদেৱ গৈ বৰদুৱাত (নিজ পাটবাউসীত) আৰু মাধৱদেৱ গণক কুচিত থাকে। এই গণক কুচিতে মাধৱ দেৱৰ নিজ হাতে লিখা নাম ঘোষা পুথি এখন অদ্যাপিও থকা শুনা যায়; আৰু তেওঁ নিজহাতে ৰোৱা বকিয়াল কুল এজুপিও প্ৰায় এশোছা মাটি আগুৰি মহাপুৰুষৰ কীৰ্ত্তি ৰাখি আজিলৈ জীয়াই আছে।

শঙ্কৰদেৱ ভটীয়াই আহাত দামোদৰ দেৱে মনত বৰ দুখ পাই মাকৰ প্ৰেত কৰ্ম্ম শেষ কৰিয়েই ভটীয়াই আহি তেওঁলোকৰ পূৰ্ব্বগাওঁ বৰ্দ্ধেশ্বৰত থাকি হাজোৰ মাধৱৰ মন্দিৰত চৈতন্যদেৱক (নিমাইপণ্ডিতক) লাগ পোৱাৰ কথা আগতে কৈ অহা হৈছে। ইয়াতে এজন সিদ্ধসন্ন্যাসীৰ পৰা তেওঁ আত্মতত্ত্ব পায়। বৰ্দ্ধেশ্বৰ গাওঁত কিছুমান দিন থাকি দামোদৰদেৱ আকৌ ভটীয়াই আহে। তাৰ কিছুমান দিনৰ পিচত আহি নন্দা (নন্দা) গাওঁ পাই তাত তিনদিন জিৰণি লয়। এই নন্দা গাওঁক বৰ্ত্তমান নদগাওঁ বা নগাওঁ বোলে। এই গাওঁৰ ওচৰতে আজি কালিও দণ্ডা নামে বিল

এটি আছে। ইয়াক বৰ্ত্তমান প্ৰথমৰ ভিঠা নামেও জনা যায়।" দামোদৰদেৱৰ আহি প্ৰথমে এই ঠাইত প্ৰবাস কৰাৰ কাৰণে ইয়াৰ এই নাম হৈছে। ইয়াৰ পিচত দামোদৰদেৱৰ আকৌ ভটীয়াই গৈ গয়ৰ্জানত কিছুদিন থাকে। এই গয়ৰ্জানক বহুতে বৰ্ত্তমানৰ বৰিসংত্ৰ ( গহেঁৰ পাম ) বুলি অনুমান কৰে। তাৰ-পাচত দামোদৰ দেৱে নাবমাৰি বিলেৰে অলপ উজাই আহি বামবায়ৰ ঘাট পায়। বৰ্ত্তমান পাটবাউসীৰ পূবে পাটবাউসী আৰু গহেঁৰ পাম এই দুই গাওঁৰ মাজত বাম বায়ৰ ঘাট আছিল। উক্ত বিলৰ এক অংশক আজি কালিও বাম বায়ৰ কুৰ বোলে। ইয়াতে এছোৱা আলি আছে তাকো বাম বায়ৰ আলি বোলে। বাম বায়ৰ আগত দামোদৰ দেৱে নিজৰ পৰিচয় দিয়াত তেওঁ দামোদৰ দেৱৰ আগত শঙ্কৰ দেৱ বৰল চুবুৰি থকাৰ কথা কয়. আৰু তেওঁক বিয়াম পাবাত থাকিব দিয়ে। দামোদৰ দেৱে নাবমাৰি বিলেৰে আহি ধনুখাণ্ডা বিলৰ পূব পাৰে ( বৰ্ত্তমান যত মঠ আছে ) বয়। এই ধনুখাণ্ডা বিলৰ পশ্চিম পাৰে বৰল চুবুৰিত শঙ্কৰ দেৱ আছিল। অনেক দিনৰ পিচত তেওঁলোকৰ পুণমিলন হোৱাত পৰস্পৰে বৰ

আনন্দ পালে। উক্ত ধিয়াস পাবাৰ নাম গৈ শেষত পাটবাউসী হয়।

এই সময়ত অজনাভ বিপ্ৰৰ পুত্ৰ হৰিদেৱ উজনী লক্ষ্মীমপুৰ জিলাৰ নাৰায়ণ পুৰ গাওঁত আছিল। তেতিয়া তাৰ যুজাৰু সৈন্য বিলাকে যুদ্ধ স্থানত ভোক লাগিলে খাবলৈ বুলি টেঁপোলা বান্ধি ভাত নিয়াৰ প্ৰথা আছিল। আকালৰ সময়তো বজা ঘৰৰ পৰ বন্ধা ভাত বিলাই দিয়াৰ প্ৰথা আছিল। সেই সময়ত হৰিদেৱে তাত ভাগবতী ধৰ্ম্ম প্ৰচাৰ কৰিব ধৰাত তাৰ মানুহে ধুতি-বিধুতি মানি চলিব ধৰিলে, গতিকে বজা ঘৰৰ পৰা বন্ধাই দিয়া ভাত মানুহে নোখোৱাত পৰিল। হৰিদেৱেই ইয়াৰ মূল বুলি শুনি বজাই তেওঁক ধৰি আনিবলৈ দূত পঠোৱাত তেওঁ ভুৰত উঠি পলাই আহি জগন্নাথ প্ৰভৃতি তীৰ্থস্থান দৰ্শন কৰি বৰ্ত্তমান বৰপেটাৰ ১২ মাইল মান পূবে থকা বহৰি গাওঁৰ উত্তৰে দস্তপুৰ নামে গাওঁ এখনত থিতাপি লয়হি। তাতে তেওঁ বিয়া বাৰু কৰাই ধৰ্ম্ম প্ৰবৰ্ত্তাইছিল। তেওঁৰ এটি মাথোন পুত্ৰ আছিল। এদিন বহৰিৰ টোলৰ পৰা ঘৰক যাওঁতে তেওঁ কৰচা নামে বিল এটাত ডুবি মৰে। ১৩০৪ চনৰ

ভূঁইকপত এই বিল এক প্ৰকাৰ নষ্ট হৈও সেই নামেই আজিলৈ বৰ্ত্তমান আছে। ইয়াৰ পিচত হৰিদেৱ কলাদি বিলৰ পাৰত ৰয় গৈ। এসময়ত শঙ্কৰ দামোদৰ প্ৰভৃতি গুৰু সকলে হৰিদেৱৰ ওচৰক যাই তাত দেউল বন্ধাই মহা মহোৎসব কৰি মান দেখুৱাৰ বাবে ইয়াৰ নাম মানেৰী সত্ৰ হয়। আগৰ মানেৰী সত্ৰক ব্ৰহ্মপুত্ৰই নিজ গৰ্ভত লৈ দিয়াত আজিকালি বৰপেটাৰ অ'ঠ মাইলমান পূৱে চেঙ্গা আৰু ব্যাসকুছি গাওঁৰ কিছু ওচৰত নতুন মানেৰী সত্ৰ হৈছে। আগৰ জাহাজ ঘাট তাৰাবাৰীৰ ওচৰতো কলাদি নামে গাওঁ এখন থকাৰ কথা শুনা যায় কিন্তু আগৰ কলাদি গাওঁ জঙ্গাত তাৰ মানুহ তালৈ উঠি যোৱাত হে ইয়াৰ এই নাম হৈছে বুলি অনুমান হয়। হৰিদেৱেও মানেৰীৰ পৰা পাটবাউসীলৈ অহা যোৱা কৰিছিল। সেই সময়ত চাৰিও জনা গুৰুৱে একেলগে বহি শাস্ত্ৰালাপ আৰু ধৰ্ম্মালোচনা কৰিছিল। এজনে প্ৰশ্ন কৰিলে আন এজনে উত্তৰ দি সংশয় ছেদ কৰিছিল। চাৰিও ফালৰ পৰা দলে দলে ভক্ত আহি ধৰ্ম্ম ৰক্ষা গুৰু চাৰিজনাক সেৱা কৰিছিল আৰু তেওঁলোকৰ অমৃতোপম ধৰ্ম্ম ব্যাখ্যা শুনি ধৰ্ম্ম উপদেশ

লৈ নিজকে নিজে ধন্য মানিছিল। এই সময়তে গুৰুজেকা হোৱা হওঁতেই দামোদৰ দেৱৰ পত্নী বিয়োগ ঘটে। শঙ্কৰ দেৱে তেওঁক পুনৰায় দাৰ পৰিগ্ৰহ কৰিবলৈ কোৱাত তেওঁ আৰু দ্বিতীয়বাৰ সংসাৰত প্ৰবিষ্ট হবলৈ সন্মত নহল। তাতে শঙ্কৰ দেৱে তেওঁক ভূৰসি প্ৰশংসা কাৰ'হল।

## গুৰু আলোচনা।

দামোদৰ দেৱৰ গুৰু সম্বন্ধে নানা জনে নানা কথা কোৱা আৰু লিখা দেখা যায়। কোনো কোনোৱে তেওঁক শঙ্কৰ দেৱ নাইবা মাধৱ দেৱৰ গুৰুৰ পৰা ধৰ্ম লোৱা বুলি ভাবে; আৰু কোনোৱে তেওঁক চৈতন্য দেৱৰ শিষ্য বুলি বিবেচনা কৰে; কিন্তু ইয়াৰ সত্যাসত্য জনা অতি কঠিন।

বহুতে দামোদৰ দেৱক চৈতন্য দেৱৰ শিষ্য বুলি ভাবে যদিও সেই কথা ঠিক নহয় তাক সহজে বুজিব পাৰা যায়। যেতিয়া প্ৰথমে দামোদৰ দেৱে চৈতন্য দেৱক হাজোত লাগ পায় তেতিয়া চৈতন্য

দেৱ বৈষ্ণৱ নাছিল, আছিল ঘোৰ শাক্ত 'নিমাই পাণ্ডিত'হে। এইবাৰ ইকালৰ পৰা ঘূৰি গৈ ঘৰ নৌপাওঁতেই তেওঁৰ প্ৰথমা ভাৰ্য্যা লক্ষ্মী দেৱী ঢুকায়। তাৰ কিছুদিন পিচত তেওঁ বিষ্ণুপ্ৰিয়াক বিয়া কৰায় আৰু এই বিবাহৰো ভালেদিন পিচত হে কেশৱ ভাৰতীৰ ওচৰত সন্যাস গ্ৰহণ কৰি তেওঁ বৈষ্ণৱ হয়। চৈতন্য চৰিতত ২৫ বছৰ বয়সত তেওঁ সন্যাস গ্ৰহণ কৰা বুলি উল্লেখ আছে:—১৪৩১ শকে (১৫০৯ খৃষ্টাব্দ) পঞ্চবিংশ বৰ্ষ বয়সে উত্তৰায়ণ সংক্ৰান্তিৰ দিনে গৌৰাঙ্গ দেৱ সন্যাস ব্ৰত গ্ৰহণ কৰিয়া "শ্ৰীকৃষ্ণ চৈতন্য" নামে অভিহিত হইলেন।" চৈতন্যই কিন্তু ১৪২৭ শকতহে দামোদৰ দেৱক লগ পাইছিল। ইয়াৰ পিচত চৈতন্যয়ো আসামক আহা নাই আৰু দামোদৰ দেৱেও চৈতন্যৰ ঠাইক যোৱা নাই। হৰিদেৱৰ চৰিত্ৰ লিখক দিবাকৰ দ্বিজে চৈতন্যই ৰাম ৰাম গুৰুৰ হাতত দামোদৰ দেৱলৈ এখন পট দিয়াৰ উল্লেখ কৰিছে:—

> শুনিয়া বুলিলা পাছে গৌৰাঙ্গ গোসাঁই।
> শূদ্ৰ (শঙ্কৰ) এৰি ব্ৰাহ্মণক আনিও মতাই।
> শুনা ৰামৰাম তুমি বচন আমাৰ।
> বঙ্গচাৰ পৰা আছি আছে দামোদৰ॥

এহি পট নিয়া তুমি তান হাতে দিবা।
বিষ্ণু অংশে দামোদৰ নিশ্চয়ে জানিবা॥

কিন্তু এই কথাটো বিশ্বাস যোগ্য নহয়। কাৰণ যি উদাৰচেতা মহাত্মাই ৰূপ সনাতনাদি নীচ কুলোদ্ভৱ মানুহকো শিষ্য কৰিছিল সেই চৈতন্যই কেনো শঙ্কৰ দেৱক শূদ্ৰ বুলি দেখাকে নিদিলে। গতিকে এই পট দিয়া কাৰ্য্যতো সন্দেহ ওপজে। আৰু দৈত্যাৰি ঠাকুৰে লিখাৰ দৰে যদিওবা চৈতন্যই শঙ্কৰক নামাতিলেই আৰু দামোদৰলৈ পটো পঠিয়ালে তথাপি সি দামোদৰ দেৱক তেওঁৰ শিষ্য বুলি প্ৰমাণ নকৰে। আগতে দুয়োজনৰ চিনা জনা থকাৰ বাবেও এই পট দিব পাৰে।

আৰু এটা কথা যে যদি দামোদৰ দেৱে চৈতন্য দেৱৰ ওচৰত দীক্ষা ললে হয় তেনেহলে তেওঁবো চৈতন্য দেৱৰ দৰে ষোল নাম হল হয় আৰু ভক্তিও একে ৰকমৰ হল হয়। যদিও উভয় পন্থৰে :—

শ্ৰৱণং কীৰ্ত্তনং বিষ্ণো স্মৰণং পাদসেবনম্।
অৰ্চ্চনং বন্দনং দাস্যং সখ্যমাত্ম নিবেদনম্।

এই নবিধ ভক্তিৰ প্ৰচলন আছে আৰু যদিও দুয়ো পন্থতে প্ৰেমভক্তি প্ৰধান তথাপি সি দুয়ো পন্থৰে

স্বতন্ত্ৰ ধৰণৰ। চৈতন্যৰ প্ৰেমভক্তি গোপীৰ বা ৰাধাৰ প্ৰেমভক্তি ভাব অৰ্থাৎ পুৰুষ আৰু স্ত্ৰীৰ প্ৰেমৰ চিন কিন্তু দামোদৰ দেৱৰ প্ৰেমভক্তি কৃষ্ণাৰ্জ্জুনৰ প্ৰেমভক্তিৰ চিনহ। চৈতন্যৰ ভক্তি হৈছে বিশুদ্ধ প্ৰেম (Love) দামোদৰৰ ভক্তি সন্মান যুক্ত ভয় (Awe) দামোদৰৰ ভক্তিত সখ্য আৰু বাৎসল্যৰ আভাস আছে কিন্তু চৈতন্যৰ ভক্তিত তাতকৈ শৃঙ্গাৰৰ আভাস বেচি। চৈতন্য আৰু দামোদৰৰ কীৰ্ত্তনো বেলেগ ধৰণৰ। দামোদৰে ঠাইতে বহি তাল আৰু চাপৰি বজাই কীৰ্ত্তন কৰে আৰু তাক উন্মত্ত নহৈ তন্ময় হয় কিন্তু চৈতন্যই তাল খোল লৈ নাচি নাচি সংকীৰ্ত্তনতে মতলীয়া হৈ ফুৰে। তেওঁ নিজক ৰাধা ভাবৰ দ্বাৰা সম্পূৰ্ণৰূপে ৰাধা সাজি ব্ৰজভাৱ অনুভৱ কৰি কৃষ্ণপ্ৰেম সম্ভোগ কৰাটোকেই তেওঁৰ ধৰ্ম্ম জীৱনৰ প্ৰধান উদ্দেশ্য কৰিছিল:—

তমালৰ বৃক্ষ এক সন্মুখে দেখিয়া,
কৃষ্ণ বলে ধেয়ে গিয়ে ধৰে জড়াইয়া।
গদাধৰে দেখি হৰি কৰেন জিজ্ঞাস;
কোথা হৰি আছেন শ্যামল পীতবাস। চৈতন্য ভাগৱত

কিন্তু দামোদৰ দেৱৰ ধৰ্ম্মত এনে কথাৰ মুঠেই উল্লেখ নাই। আছে:—

শ্ৰৱণ কীৰ্ত্তন স্মৰণ অৰ্চ্চন বন্দনা পদ সেৱিবা।
নববিধ ভক্তি যিমান পাৰাহা সমাৰকে আচৰিবা॥

দামোদৰ চৈতন্য দেৱৰ শিষ্য হোৱা হলে চৈতন্য দেৱে প্ৰচলন কৰা তাল খোল লৈ নাচি কৰা সংকীৰ্ত্তনত বিৰক্ত নহৈ অনুৰক্ত হে হল হয়; কিন্তু আমি পাওঁ তাৰ বিপৰীতটো। বেহুৰা ব্ৰাহ্মণৰ ঘৰত দামোদৰ দেৱে এদিন ভাগৱত ব্যাখ্যা শুনি থাকোঁতে ভকত সকলে এজোৰ তাল কীৰ্ত্তনীয়া কীৰ্ত্তন কৰাবলৈ লগালে—

একজোৰা তাল খোল কীৰ্ত্তনীয়া আইলা সেহি সময়ত।
প্ৰভুৰ আগত কীৰ্ত্তন কৰিবে আসি ভৈলা উপাগত।
প্ৰভুক নমিয়া কীৰ্ত্তন কৰিয়া গাইবে লাগিলা গীত
দুগোটা মৃদঙ্গ সাৰে কাৰ ৰঙ্গ ৰাগ দেই সুশজিত।
যোৰ আঠ দশ কৰ্ত্তালৰ ঝাঙ্কি দুই মৃদঙ্গৰ বোলে।
কথাৰ প্ৰসঙ্গ আচ্ছাদিলা যেন কৰিয়া বৰ আন্দোলে॥
কতোক্ষণে প্ৰভু বসিয়া আছন্ত গাৱত উঠিলা জ্বৰ।
শৰীৰ কম্পয় মুণ্ড পিন্ধায় উঠিলন্ত দামোদৰ॥

ইয়াৰ পিচত অলপ গা ভাল পাই আতা সকলক কৈছে-

শুনিয়োক আতৈচয়,

ভকতিৰ ভৰ হবে প্ৰতিকূল জানিবা আক নিশ্চয়।

আতাসকলে তাৰ অৰ্থ ভালকৈ বুজিব নোৱাৰি সুখিলত তেওঁ তাৰ অৰ্থ এইদৰে ভাঙি কলে—

শুনা সভাসদ কথা শ্ৰৱণত আছো আমি এক মনে,
হৰি মন্দিৰত কীৰ্ত্তন পাতিলা খোল কীৰ্ত্তনীয়া গণে॥
সিও এক বিধ ভকতি কৃষ্ণৰ তথাপি জানা নিশ্চয়;
কথা শ্ৰৱণৰ প্ৰতিকূল তোৰে ৰধাক যেন ভাস্কৰ।
খোল কীৰ্ত্তনৰ শবদে আমাৰ শৰীৰে উঠিলা জ্বৰ।
গাৱৰ বিষত ভৈলো শ্ৰুতিহত আসিলো উঠি সত্বৰ॥

ইয়াৰ পৰা তেওঁ সংকীৰ্ত্তনত কৰি কথা শ্ৰৱণত বেচি আস্থা ৰখা দেখা যায়। আৰু শ্ৰীকৃষ্ণ নামে এজন ভক্তই কৃষ্ণলীলা কথা শুনি তেওঁ তেওঁক দেখাকে দিব খুজিছিল। এই বিলাকেই তেওঁ চৈতন্য দেৱৰ শিষ্য নোহোৱাটো থিৰাংকৈ দেখুৱাই দিয়ে।

বিষ্ণুমানৰ মতে দামোদৰ দেৱ ৰাম ৰাম গুৰু নাইবা শঙ্কৰ দেৱৰ শিষ্য আছিল। আটাই বিলাক চৰিত্ৰৰ ভিতৰত ৰামানন্দ দ্বিজৰ চৰিত্ৰই এই কথা স্পষ্টকৈ কয়। তেওঁ লিখিছে যে দামোদৰ দেৱ শঙ্কৰ দেৱৰ উচৰক শৰণ লবলৈ গৈছিল পিচত তেওঁ নিজে শৰণ নকৰাই ৰাম ৰাম গুৰু (ৰতি পতি মিশ্ৰ) দ্বাৰাহে শৰণ দিয়াইছিল। শঙ্কৰ দেৱে যাক

সোণৰ সলখা দিয়া ভাগৱত শাস্ত্ৰ উপহাৰ দিছিল তেঁৱেহেন মানী মানুহ জনক নিজে শৰণ নকৰাই আনক শৰণ কৰাব দিয়াটো সম্ভৱ পৰ নহয়। যদিও শঙ্কৰদেৱে ব্ৰাহ্মণৰ গুৰু নহও বুলিয়েই দামোদৰ দেৱক ৰাম ৰাম গুৰুক শৰণ কৰাব দিছিল বুলি কোনো কোনোৱে কৰ খুজে সেইটো কিন্তু আচল কথা হব নোৱাৰে। ৰাম ৰাম গুৰু (শঙ্কৰদেৱৰ নিজ পুৰোহিত) সাৰ্ব্বভৌম ভট্টাচাৰ্য্য, দ্বিজভূষণ আদি ব্ৰাহ্মণকতো তেওঁ শৰণ কৰাইছিল। তেনেস্থলত দামোদৰদেৱক শৰণ নকৰাবৰ কাৰণ কি আছিল? ৰামানন্দই তেওঁ লিখা চৰিত্ৰত লিখিছে :—

একদিনা দামোদৰে কৰিলা বিনয়।
শৰণ লৈবাক বাপ মোহোৰ লাগয়॥ ৮৪৩
জানিলো কৃষ্ণক মই প্ৰসাদে তোমাৰ।
শৰণ কৰাইবে মোক লাগে আপুনাৰ॥
শুনিয়া শঙ্কৰদেৱে সন্তোষ পাইলন্ত।
ৰাম ৰাম গুৰুক যে মাতি আনিলন্ত॥
বুলিলন্ত ৰাম ৰাম গুৰু শুনিয়োক।
দামোদৰ গুৰুক শৰণ কৰায়োক॥
ৰাম ৰাম গুৰু শুনি হৰি মন্দিৰত।
শৰণ কৰাইলা পুহু হৰি চৰণত॥

উপদেশ কথা যত শঙ্কৰে কহিলা।

এহিমতে দামোদৰ আনন্দে বঞ্চিলা॥ ৮৩৮।

এইবিলাক দুটা শব্দ মন কৰিব লগিয়া আছে; এটা গুৰু আৰু আনটো পুনু। প্ৰথম শব্দটোৱে বোধকৰো ইয়াকে বুজায় যে দামোদৰ দেৱে এই পুনুবাৰ শৰণ লোৱাৰ আগতে আৰু এবাৰ শৰণ হৈছিল আৰু তেওঁ তেতিয়াও এনা সম্প্ৰদায়ৰ চালক হৈ দ্বিজ বা বিপ্ৰৰ ঠাইত গুৰু আখ্যান পাইছিল। যদিহে তেওঁ আগেয়ে শৰণ লৈ গুৰু হৈছিল তেনে-হলে এই পুনুবাৰ শৰণ মিছা নহয় ত "সখৰ" শৰণ। কিন্তু শঙ্কৰদেৱৰ আচাৰ্ই কেইখন চৰিত্ৰৰ ভিতৰত এইখন চৰিত্ৰ বিশ্বাস যোগ্য নহয় বুলি বহুতে কোৱা শুনা যায়। ২য় ভাগ জোনাকীত "শঙ্কৰদেৱ" নামে প্ৰবন্ধ এলোৱাৰ পিচত ৺দীননাথ বেজবৰুৱা ডাঙ-ৰীয়াই সেই উদ্দেশ্যে এখন চিঠি লিখিছিল। তাত লিখা আছে :-

"শ্ৰীযুত জোনাকী সম্পাদক মহাশয় নিবেদন,

২য় ভাগ জোনাকীত দিলোৱা শ্ৰী৺শঙ্কৰদেৱৰ চৰিত্ৰত অনেক অমূলক কথা আৰু অশুদ্ধ কথা আছে। লেখকে ভবানীপুৰীয়া গোপাল আতাৰ

পথাৰুকৰী ৰামানন্দ নামে লেখক এজনে ৰচা চৰিত্ৰ পুথি চাই এই চৰিত্ৰ লেখিছে যেন অনুমান হয়। সেই ৰামানন্দ শ্ৰীশঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দ ঠাকুৰদেৱ নহয় তেওঁৰ দ্বাৰা ৰচিত চৰিত্ৰ সৎ সাধুৰ গ্ৰহণীয় নহয়; কাৰণ তাত বহুত যোৰা দিয়া মিছা কথা আছে।"

বেজবৰুৱা ডাঙৰীয়াৰ অনুমানেই যদি সঁচা হয় তেনেহলে ওপৰৰ কথা খিনি যে যোৰা দিয়া নহয় তাকেই বা কোনে কব পাৰে?

শঙ্কৰদেৱৰ শ্ৰাদ্ধৰ সময়ত দামোদৰদেৱে সেই শ্ৰাদ্ধত নাছিল। যদি দামোদৰদেৱ শঙ্কৰদেৱ নাইবা ৰাম ৰাম গুৰুৰ শিষ্য হ'ল হয় তেনেহলে তেওঁ গুৰুৰ শ্ৰাদ্ধলৈ নিশ্চয় আহিল হয়।

ৰায়বাহাদুৰ শ্ৰীযুত পদ্মনাথ বৰুৱাই তেখেতৰ "আসাম বুৰঞ্জীত" লিখিছেঃ উজনী কুণ্ডিল নগৰীত তেওঁ (শঙ্কৰদেৱ) এজন বাসুদেৱ মূৰ্ত্তি পায়। পাচত সেই মূৰ্ত্তি আৰু তেওঁৰ ব্ৰাহ্মণ শিষ্য দামোদৰক দক্ষিণ পাটত স্থাপন কৰে।"

মাধৱদেৱে ৰচা আদি চৰিত্ৰতো এইকথা খিনি থিক এনে দৰে পোৱা যায়ঃ—

কুণ্ডিল নগৰ পাইলা ভীষ্মক বজাৰ।
তৈৰ বাসুদেৱ মূৰ্ত্তি আনিলা শঙ্কৰ॥
তৃতীয় দিৱসে বত্নপুৰ গ্ৰাম পাইলা।
পাটবাউসী গ্ৰামৰ দাক্ষণে গুক বৈলা॥
দাক্ষণে বহন্ত তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ।
দক্ষিণ পাট নামে তৈত নিম্মিলেক সত্ৰ॥
চাৰি দিন সেহি স্থানে থাকিয়া ঈশ্বৰ।
ভাৰৰূপে সত্ৰ খান নিৰ্ম্মিলা শঙ্কৰ॥
দামোদৰ দেৱে তাতে অধিকাৰী কৈলা।

আগৰ চৰিত্ৰৰ কথাৰ লগত এইখিনি বিলাই চালে দুয়োটা একেবাৰে নিৰৰ্থক হৈ পৰে। ই মাধবদেৱৰ লিখা গতিকে বেচি বিশ্বাস যোগ্য। যদি এইদৰে শঙ্কৰদেৱে দামোদৰ দেৱক আগেয়ে স্থাপন কৰিছিল তেন্তে তেওঁ দ্বিতীয়বাৰ পাটবাউসীত শৰণ লোৱা কথাষাৰ নিতান্ত অমূলক আৰু ভিত্তি শূন্য বুলি বিবেচনা নকাৰ নোৱাৰি।

আকৌ এই আদি চৰিতৰ সমালোচনাত দ্বিতীয় বছৰৰ প্ৰথম সংখ্যা আসাম বান্ধৱত সম্পাদক ডাঙ্গৰীয়াই লিখিছে:—

'বৰ্ত্তমান পাটবাউসী সত্ৰ কামৰূপৰ বৰপেটাৰ ওচৰত। ইয়াত (আদি চৰিতত) যি বত্নপুৰৰ দক্ষিণ

পাট সত্ৰৰ ওচৰতে থকা পাটবাউসীৰ নাম উল্লেখ কৰা হৈছে সি যে বৰ্ত্তমান পাটবাউসীতকৈ সম্পূৰ্ণ সুকীয়া তাত অলপো সংশয় নাথাকিল। ব্ৰহ্মপুত্ৰও পাটবাউসীৰ পৰা অনেক দূৰৈত, গতিকে শ্ৰীশঙ্কৰৰ শিষ্য দামোদৰদেৱ আৰু বৰ্ত্তমান পাটবাউসী সত্ৰ প্ৰবৰ্ত্তক দামোদৰদেৱ যে একে নহয় তাক এই আদি চৰিতেই বুজাই দিছে। দামোদৰ দেৱৰ চৰিত আৰু গোপালদেৱৰ চৰিততো এনেকুৱা প্ৰমাণ পোৱা যায় :—

যাদুৰাই মূৰ্ত্তি আৰু শ্ৰীভাগৱত,
শঙ্কৰে দিলন্ত দামোদৰৰ হাতত।

এই যাদুৰাই মূৰ্ত্তি বৰ্ত্তমান দক্ষিণ পাট সত্ৰত আছে। দৈত্যাৰি ঠাকুৰে লিখা গুৰুচৰিতত ভোৰোৰা দামোদৰ আৰু দামোদৰ গুৰু এই দুজনৰ উল্লেখ আছে। বৰ্ত্তমান পাটবাউসীৰ দামোদৰ এই দুজনৰ ভিতৰতো নপৰে।" আদি চৰিতত উল্লেখ থাকিলেও দামোদৰদেৱ শঙ্কৰৰ শিষ্য আছিল বুলি প্ৰমাণ পোৱা নাযায়। আৰু দক্ষিণ পাট সত্ৰ স্থাপনৰ বিৱৰণীও উক্ত কথাখিনিৰ অসাৰত্ব প্ৰতিপন্ন নকৰি নাথাকে।

সত্ৰৰ বিৱৰণত গোপালদেৱে গোবিন্দ মূৰ্ত্তি পোৱাও বেলেগ ৰকমে আছে। শ্ৰীশ্ৰীৰাম চন্দ্ৰ ভাটী আটাই যদুমণি দেৱৰ সৈতে পুৰীৰ পৰা এই মূৰ্ত্তি আনে পিচত গোপাল দেৱে এই মূৰ্ত্তি বাটতে ৰাখে। দক্ষিণপাট সত্ৰ যে জয়ধ্বজ ৰজাৰ দিনত স্থাপিত তাক বুৰঞ্জীও কয়। চকৰাফেঁটী বুৰঞ্জীৰ পৰা শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱাই বাঁহীত তুলি দিছিল :—

"সেই সময়ত জয়ধ্বজ সিংহ মহাৰাজাই যদুচৰণৰ আগত কৈ বেহাৰত বনমালী গোসাঁই আছিল— গোসাঁই আহিবলৈ অশেষ প্ৰকাৰে বচন বুলিলে। গোসায়ো মহাৰাজাৰ বচন শুনি প্ৰাণ নাৰায়ণ ৰাজাক বুলিলে। প্ৰাণ নাৰায়ণ ৰাজায়ো বিদায় কৰিলে। গোসায়ে বোলে মহাপ্ৰভু শ্ৰীজগদীশ জগন্নাথক দৰ্শন হুবৰ নিমিত্তে সে পূৰ্ব্বে আসিলোঁ। এথন জগন্নাথ দৰ্শন হুবৰ হে বিদায় কৰোঁ। প্ৰাণ নাৰায়ণ ৰাজায়ো বোলে ৰাক যা গোসাই প্ৰভু জগন্নাথ দৰ্শন হুই পুনৰ্ব্বাৰ ঘুৰি আহ গৈ। গোসায়ে বোলে আমি স্বতন্ত্ৰ নে হো, আমি ঈশ্বৰৰ অধীন- ঈশ্বৰে কোন ঠাইক নিয়ে একো নাজানি। এইবুলি দেৱ বনমালী জগন্নাথক গল। গোসাঁয়ো জগন্নাথ দৰ্শন

হুই পুনৰ্ব্বাৰ ফিৰি আহি বিজয় পুৰত ৰ'লহি।
এই কথা মহাৰাজাই শুনি বৰফুকনলৈ বুলিলে;
বোলে গোসাঁইক শীঘ্ৰ কৰি আনক। মহাৰাজাৰ
আজ্ঞা শুনি বৰফুকনেও গোসাঁইক মানুহ দি অনাই
কলীয়া বৰত জখলা বন্ধাত সত্ৰ কৰি থলে।
কত দিন থাকি ভতকৰাত (শাক বাৰীত) সত্ৰ
কৰি মহাৰাজাই তাতে থলে। তাৰ পাছে বনমালী
দেৱক আনি ভাটিয়া পাৰৰ পুখুৰী উচৰ্গা কৰিলে।"
জয়ধ্বজ সিংহৰ ৰাজত্ব কাল ১৫৭৬ শকৰ পৰা ১৮৫৫
শকলৈ। শঙ্কৰ দেৱে দামোদৰ দেৱক থাপি দক্ষিণপাট
সত্ৰ নিৰ্ম্মাণ কৰা অসম্ভৱ। বনমালী দেৱৰ চৰিত্ৰতো
একে কথাকে পোৱা যায়।

দ্বিতীয় বছৰৰ তৃতীয় সংখ্যা আসাম বান্ধৱত
সম্পাদক ডাঙৰীয়াই "শ্ৰীশঙ্কৰ দেৱৰ জন্ম শতিকা
আৰু চৈতন্য দেৱৰ লগত সম্বন্ধ' প্ৰশ্নৰ উত্তৰত
লিখিছে:—' তেওঁৰেই (ৰামচৰণ ঠাকুৰে) স্পষ্টকৈ
কৈছে "দামোদৰদেৱে স্বয়' ভাগৱত ধৰ্ম্ম প্ৰৱৰ্ত্তক"
শঙ্কৰৰ শিষ্য বুলি স্বীকাৰ কৰা নাই।" শঙ্কৰদেৱৰ
আটাই কেইখন জীৱনীৰ ভিতৰত এই খনকেই
সকলোৱে শ্ৰেষ্ঠ বুলি বিবেচনা কৰে। এইখন পুথিৰ

প্ৰমাণ সকলোৱে গ্ৰহণ কৰে। তদুপৰি আন ২ চৰিত্ৰতো স্পষ্ট কৰি একো কথা নকয়। দৈত্যাৰিও কৈছে যে দামোদৰ দেৱেৰে শঙ্কৰ দেৱৰ ওচৰত শৰণ লব খুজিছিল কিন্তু শঙ্কৰ দেৱে নিজে শৰণ নিদি বাৰ বাৰ গুৰুৰ ওচৰলৈ পঠোৱাত তেওঁ অসন্তোষ কৰি কৈছিল :—

কত ভাগ্যে পাইলো আমি তোমাসাৰ সঙ্গ।
উচ্ছুক মনক মোৰ নকৰিও ভঙ্গ।
তোমাতেক বিনে গুৰু আন নমানিবো।
এহি বুলি দামোদৰ গুৰু বজ্ৰ মন।
কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ।

কিন্তু ইয়াত কথাটো স্পষ্টকৈ নাই। দামোদৰদেৱৰ মনভঙ্গ হৈছিল নে নাই তাক জনা নাযায়। কৃষ্ণৰ অভয় পদে শৰণ লগালে কোনে তাৰ একো উল্লেখ নাই। কণ্ঠভূষণৰ চৰিত্ৰত নাৰায়ণ ঠাকুৰে শঙ্কৰদেৱৰ লগত থকা ভক্ত সকলৰ পৰিচয় খোজাত শঙ্কৰে দামোদৰদেৱৰ বিষয় এইদৰে কোৱা বুলি লিখিছে —

শঙ্কৰে বোলন্ত শুনিয়োক নাৰায়ণ।
দামোদৰ নাম এহো উত্তম ব্ৰাহ্মণ।
মহন্তৰ মুখে শুনিবোহো কৃষ্ণ কথা।
কি কাৰ্যে ব্ৰাহ্মণ জন্ম কৰিবোহো বৃথা॥

এই গ্ৰামে থাকে মই চিনাইলো তোমাক।
কতেক কহিব মই ইহান কথাক ॥

ইয়াতো একো কথাৰে উল্লেখ নাই। কেৱল তেওঁৰো যে শঙ্কৰ দেৱৰ প্ৰচাৰিত ধৰ্মৰ সৈতে একে ৰকমৰ ধৰ্ম্ম আছিল তাকেহে বুজায়।

এইবিলাকৰ পৰা জনা যায় যে দামোদৰদেৱ প্ৰকৃত পক্ষে চৈতন্যদেৱ, শঙ্কৰদেৱ, নাইবা ৰামৰাম গুৰুৰ শিষ্য নহয়। অৱশ্যে মানুহ মাত্ৰৰে গুৰু থকা সম্ভৱ। শঙ্কৰদেৱৰো ভাগৱতকে গুৰু বুলি লিখা পোৱা যায়। এতিয়া তেনেহলে দামোদৰৰ গুৰু কোন আছিল।

দামোদৰদেৱৰ আগৰ এইথন চৰিত্ৰত সন্ন্যাসী ৰূপী নাৰদ তেওঁৰ গুৰু বুলি লিখা আছে। ইয়াত নাৰদ শব্দটো কবিৰ অতিৰঞ্জিত বুলি এৰি দি নাইবা নাৰমজ্ঞানং দদাতি (দো····ক) বা নাৰং জ্ঞানং দদাতি (দা = ক) এনেদৰে ধৰিলে বোধকৰো আচল কথা অৰ্থাৎ দামোদৰদেৱে এজন সিদ্ধ সন্ন্যাসীৰ পৰা আত্মতত্ত্ব পোৱাটোৰ প্ৰমাণ পোৱা যায়। চৰিত্ৰ বিলাকত এওঁলোকক ঈশ্বৰৰ অৱতাৰ বুলি ধৰা যেনে তেওঁলোকৰ গুৰু সিদ্ধ সন্ন্যাসীক নাৰদ বুলি

ধৰাও বোধকৰো এনে ৰকমৰ কথাই। আৰু যদিহে সেইকথা অতিৰঞ্জিত হয়ো যেন। যি হওক দামোদৰ দেৱে যে এজন সিদ্ধ সন্ন্যাসীৰ পৰা আত্ম তত্ত্ব পাইছিল সেইটো বিশ্বাস যোগ্য কথা। কামাখ্যা ভাৰতৰ এখন প্ৰসিদ্ধ পীঠস্থান। এই কামাখ্যা দৰ্শন কৰিব অহা কোনো সিদ্ধ পুৰুষৰ পৰাই দামোদৰ দেৱে ধৰ্ম্ম পাইছিল। শঙ্কৰাচাৰ্য্যাদিও এনেদৰে সন্ন্যাসীৰ গুৰুৰ জ্ঞান লোৱাৰ উল্লেখ আছে। আজি কালিও দুই এজনে এনেদৰে সিদ্ধ সন্ন্যাসীৰ লগ পালে তেওঁলোকৰ পৰা দীক্ষা লোৱা দেখা যায়। সন্ন্যাসী মানুহে পৰিচয় দিবলৈ টান। সিদ্ধ বিলাকৰ কথা আৰু বেলেগ।

অৱশ্যে যদিও শঙ্কৰদেৱ আৰু দামোদৰদেৱৰ ধৰ্ম্মমত সম্পূৰ্ণ একে নহয় তথাপি ধৰ্ম্ম সম্বন্ধে একেলগে বহি উপদেশ দিয়া লোৱা কথাটো অমূলক নহয়। দুয়ো ধৰ্ম্মত পাৰ্থক্যৰ ভিতৰত বোধকৰো এইখিনিয়ে যে দামোদৰী পন্থত আগম নিগম দুয়োমতে চলে। বেদ বিহিত কাৰ্য্য কৰিবলৈ অস্পৃশ্য কতো বাধা নাই। মাধৱদেৱে যদিও স্বয়ং কেৱলীয়া আছিল তেৱেঁই ঘোষাত লিখিছে :—

"অবিৰক্ত ভকতৰ বেদ বৰ্জ্জিবাৰ দোষ' আছে। তাৰ ওপৰ খোপত উঠিলে অৱশ্যে তাৰ দৰ্কাৰ নাই। সন্ন্যাসী সকলেও ক্রিয়া কৰ্ম্মাদি নকৰে কেৱলীয়া বিলাকৰ পক্ষেও সেই। আকৌ মাধৱদেৱৰ ৰত্নাৱলীতে আছে:-

পৰম ৰহস্য জানি প্ৰভু ভগৱন্ত।
মুখ্য শাস্ত্ৰ মানে নিজ মুখে কহিলন্ত॥
যি সব উপায় কহিয়াছে কৃপাময়।
অজ্ঞানী সকলো কৰি তাহাঁকে আশ্ৰয়॥
মহাভয়ে আত্মহত্য জানে লঙ্ঘাৰ।
তাকে বুলি ভাগৱতী ধৰ্ম নিৰ্বিবাদ॥
যেন মহাপুৰুষে ভাগৱতী ধৰ্মচাৰ।
সপক্ষিয়া কহোঁ তাক শুন মহাশয়॥
চাৰিবেদ অষ্টাদশ স্মৃতি নিৰন্তৰ।
এই দুই চক্ষু জানা ব্ৰাহ্মণ সবৰ॥
তাকে বুলি কণা যাৰ এক চক্ষু নাহি।
দুইকো নমানিলে অন্ধ বুলি সদায়॥

ইয়াতে মনুসংহিতাত লিখা "শ্ৰুতি স্মৃত্যাদিতো ধৰ্ম্মঃ" কথাকে বুজাইছে। সেইমতে শ্ৰুতি আৰু স্মৃতি এই দুয়োমত মানি চলিলেও মানুহ পতিত নহয়। আৰু ব্ৰাহ্মণ মাত্ৰেই ইয়াক অনুসৰণ কৰাহে

উচিত। সেই বাবেই দামোদৰদেৱে ব্ৰাহ্মণৰ বাবে দীক্ষা সংস্কাৰ বিধি ৰাখিছে আৰু সেই বিধি ভাগৱতী ধৰ্ম্মৰ বিৰোধী নহয়। যদি দুয়ো ধৰ্ম্মৰ ভিতৰত কিবা পাৰ্থক্য আছে তেন্তে সি দীক্ষা। মহাপুৰুষীয়াৰ কেৱল নামধৰ্ম্ম, শৰণ প্ৰচলিত দামোদৰীয়াৰ দীক্ষা আৰু শৰণ দুয়ো আছে। সেইবুলি বৈষ্ণৱ মন্ত্ৰত দীক্ষিত হৈ বলি আদি দি দেৱী পূজা কৰা অন্যায়; দিলে সি ভ্ৰষ্ট হয়:—

বিষ্ণু ভক্তিং সমাসাদ্য পশুঘাতং সমাচৰন্
কৃষ্ণস্য দেৱতা পূজা ভ্ৰষ্টোভৱতি নিশ্চিতম্।

আৰু ব্ৰাহ্মণ মাত্ৰৰে একমাত্ৰ পূজনীয় দেৱতা হৈছে স্বয়ং কৃষ্ণ দেৱ:—

নাৰায়ণ: পৰ ব্ৰহ্ম বিপ্ৰাণাং দৈৱতো হৰি:।
মোহাৎ য: পূজয়েদন্যং স পাষণ্ডি ন সংশয়:।

গতিকে ধৰ্ম্মৰ মূল তত্ত্ব দুয়োমতে একে। দুয়ো পন্থতে একমাত্ৰ উপাস্য দেৱতা কৃষ্ণ দেৱ। ধৰ্ম্মমত সম্বন্ধে আমি পিছত আৰু অলপ বহলাই আলোচনা কৰিবৰ চেষ্টা কৰিম।

—:X:—

## ধৰ্ম্ম প্ৰচাৰ।

দামোদৰদেৱ, হৰিদেৱ, শঙ্কৰদেৱ আৰু মাধৱদেৱ এই চাৰিগৰাকী গুৰুৱে এই সময়ত পবিত্ৰ ধৰ্ম্মৰসেৰে সমগ্ৰ আসাম প্লাবিত কৰিব লাগিলে। ভক্তৰ হৰি ধ্বনিত কাণত অমৃত ঢলাৰ দৰে আনন্দ পাই দিনে দিনে শত শত লোক নামঘৰ নামৰিকেও আহি প্ৰভুসকলৰ মুখৰ ধৰ্ম্ম কথা শুনি তেওঁলোকৰ ওচৰত শৰণ লৈ কৃতকৃত্য হৈছিল। এইসময়ত দামোদৰদেৱে জ্ঞান আৰু ভক্তিমাৰ্গৰ মিল ৰাখি শ্ৰীমদ্ভাগৱত গীতাৰ সম্পূৰ্ণ সংস্কৃত ভাষাত টীকা এটি লিখে ভট্টদেৱৰ কথা গীতাত তাৰ উল্লেখ দেখা যায়। "যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে, শ্ৰীধৰী, শঙ্কৰী, হনুমন্তী, দামোদৰী ভাস্কৰী চাৰিও টীকাক বিচাৰ কৰিছো তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিলু। ... ... — দামোদৰী, তিনিও (জ্ঞান, ভক্তি আৰু কৰ্ম্ম) যোগকে সমান কহে। এতেকে বৈষ্ণৱৰ প্ৰীতিৰ অৰ্থে ভক্তিৰ অনুকুল দেখি কিছু কিছু তাহাৰ মতকো নিবন্ধো।" এই সম্পৰ্কে ১ম ভাগ ৯।১০ম সংখ্যা উষাত শ্ৰীযুত লক্ষ্মীকান্ত মিশ্ৰ

ভাগৱতীও লিখিছে :—"দামোদৰ প্ৰভুৱেও জ্ঞান আৰু ভক্তি মাৰ্গৰ মিল ৰাখি শ্ৰীমদ্ভাগৱত গীতাৰ সম্পূৰ্ণ সংস্কৃত টীকা লিখি গৈছে"। ৫ম ভাগ চতুৰ্থ সংখ্যা উষাত দামোদৰদেৱৰ দ্বাৰা ৰচিত 'দণ্ডি পৰ্ব্ব' নামে পুথি এখনৰ আলোচনা হোৱা পোৱা গৈছে। ইয়াৰ পৰাই জনা যায় যে তেওঁ অসমীয়াতো তুখন এখন পুথি লিখিছিল। উক্ত পুথিৰ সমালোচনাত তাৰ লিখকে লিখিছে :—"এই পুথি দামোদৰীয়া ধৰ্ম্ম প্ৰৱৰ্ত্তক দামোদৰ দেৱেই লিখা নে আইবা সেই নাম ধাৰী আন এজনে লিখা তাৰ একো স্থিৰ কৰিব নোৱাৰি। লিখক পণ্ডিত এজন ব্ৰাহ্মণ আছিল তাৰ অলপো সংশয় নাই। সেই কাৰণে অনুমান কৰিব পাৰি যে এই পুথি দামোদৰদেৱৰ ৰচিত। কাৰণ প্ৰায় তেওঁৰ সময়তে বেচিভাগ পুথি অসমীয়ালৈ অনুবাদ হয়। সেই কাৰণে এই পুথি তেওঁ ৰচনা কৰা একো আচৰিত নহয়। দামোদৰ দেৱৰ ৰচিত কীৰ্ত্তন এখনো আছে বুলি পৰম্পৰৰ মুখে শুনা যায়।" ইয়াত বাজেও তেওঁ মাজে সময়ে দুটা এটা গীত ৰচনা কাৰ গাইছিল। সেইবোৰৰ ৰচি তাগে গোসাঁই প্ৰভু সকলে লুকাই থওঁতে ধুকাই

গল। নমুনা স্বরূপে তারে এটা তুলি দিয়া হল :—
শুনরে কুবুদ্ধি মন জানা তই নির্লজ্জ মন কেনে নোবলস হাব
আরে তোর পারে চেতন নাহিকে ভব অরণ্যত পরি।
ভব অরণ্যত দেহ পশু গণে বিষয় ঘাসক খাই;
কাল মায়া জালে চৌবেরা করিছে তাক কেহ দেখা নাই।
আরো কাল ব্যাধে ধনুশর ধরি চুপ্পি আছে পাছে পাছে।
সত্ত্ব রজস্তম তিনি গুণ জরী গলত মেঢ়াই আছে।
কাম ক্রোধ ক্রুর ই তিনি কুকুরে গাবর মাংসক খাই।
লোভ মোহ কাম নাচাবন্ত সদা দরে ধাতু উরি যাই।
কহে দামোদর নিলাজ মন তোর তথাপি নাহি বিচার।
কৃষ্ণর চরণ হৃদয়ে ধরিয়া ভব নদী হৈয়ো পার।

দামোদরদেরে পাটবাউসীত ধর্ম্ম প্রচার করি থাকোতে উজনীর পরা বংশীগোপাল দেৱ আহি তেওঁক শরণ লয়। দামোদরদেৱে ইয়াৰ আগেয়ে যদিও তেওঁৰ ভতিজাক আদিক শরণ করাইছিল তথাপি তেওঁর ধর্ম্ম প্রবর্ত্তক প্রধান শিষ্য বিলাকর ভিতরত এরেঁই প্রথম।

## বংশীগোপাল বা গোপালদেৱ।

গোপাল দেৱর পিতামহ হরিবর আচার্য্য। তেওঁর তিনি পুত্র :— ধর্ম্মাই, কর্ম্মাই আরু পরমাই।

ধৰ্ম্মাই শুকৰে আৰু এটা নাম বলদেৱ। এওঁৱেই গোপালদেৱৰ পিতা বলদেৱৰ ঔৰষত তেওঁৰ ভাৰ্য্যা যমুনা দেৱীৰ গৰ্ভত ১৪৭৫ শকৰ ফাগুন মাহৰ পূৰ্ণিমা তিথিত বৃহস্পতি বাৰে মালিপুৰ গাওঁত এওঁৰ জন্ম হয়। তৰিবৰৰ ঘৰ আগেয়ে ব্যাঘ্ৰপিণ্ডা গাওঁত আছিল, পিচত ম্লেচ্ছৰ উপদ্ৰৱৰ সময়ত তাৰ পৰা গৈ মালিপুৰত থাকে। নিচেই সৰু কালতে গোপাল দেৱৰ পিতৃমাতৃ বিয়োগ হোৱাত তেওঁ ভনিনিহঁয়েকৰ ঘৰত থাকি তাত উপযুক্ত শিক্ষা লাভ কৰি ধৰ্ম্ম চিন্তাত মন প্ৰাণ সঁপি দিয়ে। সেইসময়ত শঙ্কৰদেৱ, দামোদৰ দেৱ প্ৰভৃতি ধৰ্ম্ম গুৰু সকলে নামনি আসাম উজ্জ্বল কৰি থকা শুনি গোপালদেৱে উজনীৰ পৰা আহি পাটবাউসীত শঙ্কৰদেৱক গাধুবলৈ ধনুখান্দা বিলত অহা লাগ পাই তেওঁৰে সৈতে দামোদৰদেৱৰ ওচৰক যায়। ইয়াতে দামোদৰদেৱৰ ওচৰত দীক্ষা গ্ৰহণ কৰি সাত বছৰ ইয়াতে থাকি উজনীলৈ গৈ তাত ধৰ্ম্ম প্ৰচাৰ কৰে।

অনেকে যেনেকৈ দামোদৰ দেৱক শঙ্কৰ দেৱৰ ৰাম ৰাম গুৰু নাইবা চৈতন্য দেৱৰ শিষ্য বুলি অনুমান কৰে তেনেকৈ গোপাল দেৱকো মাধৱদেৱৰ শিষ্য বুলি কয়। দামোদৰ চৰিত্ৰ আৰু বংশী গোপাল চৰিত্ৰ উভয়তে তেওঁক দামোদৰদেৱৰ শিষ্য বুলিহে পোৱা যায়। শঙ্কৰ আৰু মাধৱদেৱৰ আমি দেখা চৰিত্ৰ কেখনত হলে তেওঁক মাধৱদেৱৰ শিষ্য বুলি লিখা থকা পোৱা নাই। অৱশ্যে তেতিয়া গুৰু সকলৰ মাজত যেনে মিলাপ্ৰীতি থকা পোৱা যায় তেনে স্থলত বৰপেটাত মাধৱ দেৱৰ পৰাও তেওঁ ধৰ্ম্ম বিষয়ক উপদেশ পোৱা অসম্ভৱ নহয়। বংশীদেৱ দামোদৰ দেৱৰ শিষ্য নহৈ মাধৱদেৱৰ শিষ্য হোৱা হেতেন দামোদৰদেৱৰ সম সাময়িক কবি গোপাল মিশ্ৰই তেওঁৰ ঘোষা ৰত্নত

দেৱ দামোদৰ গুৰু । স্বৰ্ণৰ ভেলা যেক ।
পুৰিদেশে বংশী দেৱ । সদা যাক কৰে সেৱ ॥

প্ৰভৃতি কথা লিখা নেদেখিলো হেতেন। দামোদৰদেৱে দীক্ষা দি মাধৱদেৱেৰে সৈতে বহুত উপদেশ আৰু শঙ্কৰদেৱে দি যোৱা গুৰু বস্ত্ৰাদি উপনীত তেওঁক ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ পঠায়। আৰু শঙ্কৰদেৱে বেলগুৰিৰ

পৰা কলাকাটাইদি জাটিয়াই যাওঁতে এৰি থৈ যোৱা মদন গোপাল মূৰ্ত্তি বিচাৰি লবলৈ মাধবদেৱে গোপালক সম্ভেদ দিয়ে। দামোদৰে কৈছিল—

দামোদৰে বোলয় শুনিও বংশী তুমি।
অধিকাৰ পাতিলোহো আজিহন্তে আমি॥
অধিকাৰী হোৱা তুমি আমাৰ বচন॥
অসম ৰাজ্যৰ লোক কৰায়ো শৰণ।
ধৰ্ম্ম প্ৰবৰ্ত্তায়া তুমি পূৰ্ব্ব যে দিশত।
অধিকাৰী হুয়া তুমি থাকিও তথাত॥

দামোদৰদেৱৰ আজ্ঞা পালি গোপালদেৱে উজনীৰ নানা ঠাইত সত্ৰ স্থাপন কৰে। তেওঁ যে দামোদৰী আছিল তাৰ প্ৰমাণ তেওঁ আৰু তেওঁৰ প্ৰিয় শিষ্য বিলাকে স্থাপন কৰা সত্ৰ বিলাকে অদ্যাপি দি আছে। 'গোপালদেৱে নিজে কাঁহিকুছি কলাবাৰী, দেৱেৰাপাৰ, সোৰাণী আৰু কুকুৰাবাহী এই কেইখন সত্ৰ স্থাপন কৰে। গোপালদেৱৰ চলাৰ পিচত তেওঁৰ প্ৰিয় শিষ্য নিৰঞ্জন দেৱৰ জয়ধ্বজ সিংহ ৰজাই শৰণ লৈ গালপুৰ ঘাটত যজ্ঞ কৰি হাজাৰ পুৰা নিষ্কৰ ধৰ্ম্মোত্তৰ মাটি দি আউনীআটী সত্ৰ স্থাপন কৰাই দিয়ে। মিশ্ৰদেৱৰ

আশ্ৰমী গতিকে গোপালদেৱ উঠাৰ পিচত তেওঁৰ আন এজন প্ৰিয় শিষ্য বনমালী দেৱে কুকৰাহাটী সত্ৰ প্ৰতিষ্ঠা কৰে। ইয়াৰ পিচত বনমালী দেৱ পাটবাউসীক যায়; কিন্তু বজাই তেওঁৰ সুখ্যাতিৰ কথা শুনি তেওঁক কোচবিহাৰৰ পৰা নি দক্ষিণপাট সত্ৰ কৰাই দিয়াৰ কথা আগতে কৈ আহা হৈছে ইয়াৰ পিচত গোপালদেৱৰ নাতি জয়হৰি দেৱৰ কো গড়মূৰত সত্ৰ পাতি দিয়া হয়। গোপালদেৱৰ লগত যদুমণি নামে তেওঁৰ পৰম বন্ধু মহন্ত এজন আছিল। যদুমণিৰ চাৰি পুত্ৰঃ— জগদানন্দ, পূৰ্ণানন্দ, অচ্যুতানন্দ আৰু কমলাকান্ত। এই চাৰিজনৰ দ্বাৰা যথাক্ৰমে, মাহৰা পতিয়ৰী, ডোৱৰামুখ আৰু আধাৰ সত্ৰ স্থাপিত হয়। চাপৰটা, বৰকলা, কামদেৱাল মধুমিশ্ৰ, হৰিমিশ্ৰ, জখলাবান্ধা, ঔৰা, মুৰাৰী, শ্ৰৱণী চাপলিয়াল প্ৰভৃতি আন অনেক নামজলা সত্ৰ গোপালদেৱৰ শিষ্যৰ দ্বাৰায় স্থাপিত। উজনী আসামত শঙ্কৰ প্ৰভৃতিয়ে নিজে নোযোৱাকৈয়ে তেওঁলোকৰ প্ৰিয় শিষ্য সকলৰ দ্বাৰা এইদৰে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাইছিল।

# ভট্টদেৱ।

ভট্টদেৱেই দামোদৰদেৱৰ প্ৰিয় শিষ্য। এওঁৰ মৃত্যুতে পাটবাউসী সত্ৰৰ ভাৰ দি দামোদৰদেৱ স্বৰ্গী হয়। পুৰুষোত্তম শৰ্ম্মা বৰওজা কনৌজ দেশীয় ব্ৰাহ্মণ আছিল। তেওঁৰ পুত্ৰ চন্দ্ৰভাৰতী আৰু তেওঁৰ পুত্ৰ কবি সৰস্বতীয়ে ভট্টদেৱৰ পিতৃ। তেওঁলোক কনৌজৰ পৰা আহি কামৰূপৰ বজালী পৰগনাৰ অন্তৰ্গত কালদিয়া নদীৰ পাৰৰ পিপলা বা বিচানকুচি গাওঁত আছিল। কবি সৰস্বতীৰ দুই পুত্ৰ। পুত্ৰ দুটি সন্ন্যাসীৰ বৰত লাভ কৰা বুলি জন প্ৰবাদ আছে। এওঁলোকৰ ডাঙৰটিৰ নাম ৰমাকান্ত আৰু সৰুটিৰ নাম বৈকুণ্ঠদেৱ। এওঁৰে আন এটা উপাধি ভট্টদেৱ আৰু আজিকালি তেওঁক কেৱল এই নামেৰেই জনা যায়। তেওঁ পঢ়িশুনি বৰনগৰ অঞ্চলত ভেৰা গাওঁত পঢ়াশালি পাতি আছিল। সেই সময়তে ধৰ্ম্মগুৰু সকলে পাটবাউসীত ৰহি ভগৱতী ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তাতে গৈ তেওঁ দামোদৰদেৱৰ ওচৰত দীক্ষা গ্ৰহণ কৰে। দামোদৰদেৱে তেওঁৰ অসাধাৰণ পাণ্ডিত্য দেখি তেওঁক নিজৰ ভাগৱতী কৰি লয়। দামোদৰ দেৱক বৰনগৰীয়া ভক্ত সকলে তেওঁলোকক

এজন ভাগৱতী লাগে বুলি গোচৰ দিয়াত দামোদৰ দেৱে তেওঁৰ প্ৰিয় শিষ্য ভট্টদেৱক বৰনগৰলৈ পঠায়। ভট্টদেৱ বৰনগৰত গৈ অলপ দিন থাকিযেই তাৰ সকলো জ্ঞানী মানুহৰ পৰা আঁজলিয়ে আঁজলিয়ে ভক্তি পুষ্পাঞ্জলি পাব ধৰিলে; আৰু ভাগৱতত তেওঁৰ অসাধাৰণ ব্যুৎপত্তি দেখি তাৰ পণ্ডিত সমাজে তেওঁক কবিৰত্ন উপাধিৰে ভূষিত কৰিলে।

দামোদৰদেৱে যেতিয়া পৰীক্ষিত ৰজাৰ আদেশ মতে বিজয় পুৰলৈ যাব ওলাল তেতিয়া তেওঁ বৈকুণ্ঠদেৱক বৰনগৰৰ পৰা মতাই আনি পাটবাউসীত থাকিবলৈ আদেশ কৰে, আৰু শঙ্কৰদেৱৰ পদ্য ছন্দতকৈও ভাগৱত শাস্ত্ৰ সৰ্ব্বসাধাৰণে বুজিব পাৰাকৈ সৰল গদ্যত লিখিবলৈ আদেশ কৰি যায়:—

আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথা বন্ধে একখণ্ড ভাগৱত কৰা॥
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশ স্কন্ধ।
কীৰ্ত্তন, ভটিমা, ছবি, দুলড়ী সুছন্দ।
তাত কৰি সুগম কৰিও ভাগৱত।
স্ত্ৰী শূদ্ৰ সৰ্ব্বলোকে বুজে যেন মত।

দামোদৰদেৱৰ আজ্ঞা পালি তেওঁ ভাগৱতখন গদ্যত লিখি পেলায় :—

প্ৰভু দামোদৰৰ আজ্ঞায়ে মহা সন্ত।
শ্লোক ভাঙ্গি ভাগৱত কথা কৰিলন্ত॥
অবিৰোধে স্ত্ৰী শূদ্ৰ চণ্ডালে পঢ়ায়।
সংক্ষেপিয়া কথাৰূপ কৈলা মহাশয়॥

তেওঁ কথা ভাগৱতৰ বাহিৰেও গীতা, ৰত্নাৱলী প্ৰভৃতি জটিল শাস্ত্ৰ বিলাক সৰ্ব্বসাধাৰণৰ বোধগম্য কৰি সৰল গদ্যত লিখিছিল :—

প্ৰভুৰ আজ্ঞায়ে, সাৰ স্কন্ধ ভাঙ্গি কথাৰূপা কৰিলন্ত।
গীতা ৰত্নাৱলী কথাৰূপ তাকো কৰিলন্ত বিচৰ॥
স্ত্ৰী, শূদ্ৰ, শিশু সবে বুজিব চেষ্টা নাহি দূষণ॥

এই ভাগৱত, গীতা আৰু ৰত্নাৱলী এই তিনি খনেই আসামৰ পুৰণি গদ্য পুথি। এই পুথি তিনি খনেই আমাৰ অতীতৰ কবি সকলে যে গদ্য-পদ্য উভয় বিধ লিখাতে পৈণত আছিল তাক বেচকৈ প্ৰমাণ কৰে। বঙ্গ-সাহিত্য যদিও আজিকালি বৰ জকমকীয়া তথাপি গদ্য লিখাত আসামৰ কবিয়েহে আগ বঢ়ুৱা আছিল তাকো এই তিনিখন পুথিয়ে প্ৰমাণ কৰিছে। ভট্টদেৱ কেৱল গদ্য লিখিয়ে ক্ষান্ত

আছিল এনে নহয় গদ্যত বাজেও গীত পদাদি তেওঁ বহুত ৰচনা কৰিছিল। আৰু কেৱল অসমীয়া লিখাতো তেওঁৰ কাপ ক্ষান্ত নাছিল; তেওঁ সংস্কৃতত ভক্তিসাৰ, শৰণ মালিকা আৰু ভক্তি বিবেক নামে গ্ৰন্থত্ৰয় ৰচনা কৰিছিল। ইয়াৰ ভিতৰত ভক্তিবিবেক পুথিখন বেদ বেদান্তাদি যিমান শাস্ত্ৰৰ শ্লোক উদ্ধাৰ কৰি ৰচনা কৰিছে তাক ভাবলে বাস্তৱতে তেওঁৰ অসাধাৰণ পাণ্ডিত্যৰ বিষয় আচৰিত নহৈ নোৱাৰি।

দামোদৰদেৱৰ অন্তিম কালত তেওঁ এদিন তেওঁৰ প্ৰিয় ভক্ত বিপ্ৰাকক মিষ্টান্ন আনিবলৈ আদেশ কৰে। বহুত শিষ্য ভক্তই পালা যিধ উপাদেয় মিষ্টান্ন তেওঁক ভেটিলে কিন্তু ভট্টদেৱে তেওঁৰ বাচত কথা ভাগৱত খন নি গুৰুক ভেটিলে। তেতিয়া গুৰুৱে সকলো ভক্ত শিষ্যক শুনাই কলে ভট্টদেৱে আনা মিষ্টান্ন খাই ইহকালত তৃপ্ত আৰু পৰকালত মুক্তি পোৱা যায়, এতেকে ইয়ে উপযুক্ত মিষ্টান্ন। এই কথা কৈ সিদিনাই তেওঁৰ ভতিজাকৰ ঠাইত ভট্টদেৱক পাটবাউসীৰ অধিকাৰ নিযুক্ত কৰে। তাতে ভতিজাক কৃষ্ণদেৱে মনত বিৰম পাই নতুনকৈ পোমাৰা সত্ৰ স্থাপন কৰি তাতে থাকে গৈ। সাধু মহাপুৰুষৰ

চিনেই হৈছে যোগ্যক আদৰ কৰা :—

অয়ং নিজ পৰো বেতি গণনা লঘু চেতসাম্
উদাৰ চেতসামাস্তু বসুধৈৱ কুটুম্বকম॥

কৃষ্ণদেৱ ভক্তিজাক হলেও ভট্টদেৱৰ নিচিনা সুদক্ষ চালক নাছিল :—

ভক্তিজাত তেজিয়ুর্দ্ধ আনক দিলেক ধৰ্ম্ম
পালিবৰ যোগ্য যেন দেখি।

দামোদৰদেৱৰ স্বৰ্গী হোৱাত ১৫২০ শকত পাট-বাউসীত তেওঁ সত্ৰাধিকাৰ হৈ সত্ৰ চলায়। এই সময়ত ক্ষুদিয়া গাওঁৰ কবিৰত্ন ( যোষাৰত্নৰ গ্ৰন্থকৰ্ত্তা গোপাল মিশ্ৰ ) পাটবাউসীলৈ আহি ভট্টদেৱক ভাগৱত ভট্টাচাৰ্য্য উপাধিৰে ভূষিত কৰে : -

খুদিয়াৰ কবি বড় সম্মতে লমি ভৈলা দুৱাৰৰ।
ভুয়ো দামোদৰ দেৱৰ তনয় যেন এক কলেবৰ॥
অঙ্গে অঙ্গে ছুই দুইকো নাম দিলা শিক্ষাই বস্ত্ৰ ভূষণ।
গোপাল যে মিশ্ৰ নাম খ্যাত ভৈলা অনেকে লৈলা শৰণ॥
ভাগৱত ভট্টা চাৰ্য্য নাম দিলা গোপাল মিশ্ৰে হৰিষে।
যাৰ যশ ৰাখি পৃথিৱী মণ্ডলে ব্যাপি ৰৈলা দশ দিশে॥

পাটবাউসীত সত্ৰ চলাবৰ অসুবিধা পাই আৰু ভায়েকৰ লগত কিঞ্চিৎ মনোমালিন্য ঘটাত তেওঁ ব্যাস কুছিত নতুনকৈ সত্ৰ স্থাপন কৰে। এই

দুয়ো সত্ৰতে আজি কালিও তেওঁৰ ককায়েকৰ বংশধৰ সকলে সত্ৰ চলাই আছে।

## ভগৱান দেৱ।

বৰমা অঞ্চলৰ বাস্কা মৌজাৰ অন্তৰ্গত শ্ৰীপুৰ গাওঁত হয়গ্ৰীৱ দ্বিজৰ ঔৰষত লক্ষ্মী দেৱীৰ গৰ্ভত ভগৱান দেৱৰ জন্ম হয়। যেতিয়া দামোদৰদেৱ প্ৰভৃতি গুৰুসকলে পাটবাউসীত ধৰ্ম্মপ্ৰচাৰ কৰে তেতিয়া তেওঁ পৈ দামোদৰদেৱৰ ওচৰত দীক্ষা গ্ৰহণ কৰে। দামোদৰদেৱে তেওঁক উত্তৰ কালে ধৰ্ম্ম প্ৰচাৰ কৰিবৰ আদেশ কৰে। দামোদৰদেৱৰ আজ্ঞা অনুসৰি তেওঁ প্ৰথমে গোবিন্দপুৰত সত্ৰ স্থাপন কৰে। এই সত্ৰ স্থাপনৰ শক সম্ভৱত ১৪৭০ শক বুলি পোৱা যায়। গোবিন্দপুৰত বাজে তেওঁ নীমিৰা অৰ্থাৎ সনাকুছি আমতলা, কুহনা আৰু দৰঙৰ আমনিত সত্ৰ স্থাপন কৰে। ইয়াৰ ভিতৰত কুহনা আৰু আমতলা আজি-

কালি একপ্ৰকাৰ নষ্ট হৈছে। ১৮৯৭ চনৰ ভীষণ ভূমিকম্পই ইয়াৰ নষ্টৰ কাৰণ।

## গোপাল মিশ্ৰ।

এওঁ ভট্টদেৱৰ সমসাময়িক আৰু দামোদৰদেৱৰ আন এজন প্ৰিয় শিষ্য আছিল। এওঁ ঘোষাৰত্নৰ লিখক কবিৰত্ন। এওঁৰ ঘৰ বৰ্ত্তমান নলবাৰীৰ ওচৰৰ খুদিয়া গাওঁত আছিল। ভট্টদেৱে এওঁক মিশ্ৰ উপাধীৰে ভূষিত কৰে। এওঁয়েও ভট্টদেৱক ভাগৱত ভট্টাচাৰ্য্য উপাধী দিয়ে। কৃষ্ণ মিশ্ৰ আৰু নীলকণ্ঠ দাসৰ দামোদৰ চৰিত্ৰত আছে :—

কবিৰত্ন তথা ভাগৱতক পঢ়ন্ত।
খুদিয়াত থাকি গোপালেও শুনিলন্ত॥
পঢ়িবৰ কালে দুয়ো ইষ্টতা বঢ়াইলা॥
গুৰু গৃহে তথা হৈয়া সখিত্ব কৰিলা।
গোপালেও পিতৃ কৰ্ম্ম কৰিবাক চান্ত।
সখিক আনিবে লাগি ভক্ত পঠাইলন্ত॥

তথা হৈতে গৈলা পাচে খুদিয়া গ্ৰামক।
দুই ভট্টাচাৰ্য্য শুনি হৰিষ লভিলা।
ভাগৱত ভট্টহেন বচন বুলিলা॥
ভাগৱত ভট্টাচাৰ্য্য নাম যে তোমাৰ।
শুনিয়া লোকৰ হৈলা আনন্দ অপাৰ॥
ভট্টাচাৰ্য্যে বুলিলন্ত সখি শুনিয়োক।
গোপাল মিশ্ৰ যে নাম তোমাৰ বহোক॥

প্ৰথমতে এওঁ উলুবাৰী সত্ৰ স্থাপন কৰে। তাৰ পাচত সেই সত্ৰৰ ভাৰ তেওঁৰ সৰু ভাই অনন্ত মিশ্ৰক দি তেওঁ খুদিয়াত সত্ৰ পাতি থাকে। নীলকণ্ঠ দাসে লিখিছে:—

শ্ৰীগোপাল মিশ্ৰ যেবে পূৰ্ব্বদিশে গৈলা।
খুদিয়া স্থানত নাম ধৰ্ম্ম পাতি হৈলা।

এওঁৰ লিখা ঘোষাৰত্ন কেবা শ বছৰৰ মূৰত পোহৰলৈ ওলাল। ইখন যে কেৱল দামোদৰীয়া সকলৰহে সম্পত্তি এনে নহয় বৈষ্ণৱ মাত্ৰৰে ই এখন অমূল্য গ্ৰন্থ। ইয়াত তাৰ আলোচনা কৰি আমি পুথিৰ আকাৰ বঢ়াব নাখাওঁ। এই গ্ৰন্থৰ পাতনিত আসামৰ প্ৰত্নতত্ত্ববিদ মাননীয় শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী আৰু অধ্যাপক শ্ৰীযুত উমাকান্ত গোস্বামী ডাঙৰীয়াই

তাৰ বহুল আলোচনা কৰিছে। এওঁৰ বংশধৰ সকলে আজিকালিও খুদিয়া আৰু উলুবাৰী সত্ৰ চলাই আছে।

—:+:—

## বনমালী দেৱ।

এওঁ দামোদৰ দেৱৰ এজন প্ৰধান আৰু প্ৰিয় শিষ্য আছিল। দামোদৰদেৱৰ স্বৰ্গী হোৱাৰ পিচত এওঁ সন্তদেৱ, পৰমানন্দ প্ৰভৃতিৰ লগত বৈকুণ্ঠ পুৰতে আছিল। পিচত জয়ধ্বজ সিংহ মহাৰাজাই তাৰ পৰা নি দক্ষিণ পাটত সত্ৰ কৰি দি নিষ্কৰ মাটি দান কৰি ৰাজাই তেওঁৰ ওচৰত শৰণ লয়। তেওঁ দক্ষিণপাট গোপালপুৰ, কলাবাৰী, কলিয়াবৰ, দিপোটা প্ৰভৃতি সত্ৰ স্থাপন কৰে। তেওঁৰ এখন সুবিস্তৃত সচিত্ৰ জীৱন চৰিত্ৰ আছে। তাত যিবিলাক ছবি আছে দেখিলে আচৰিত নমানি নোৱাৰি। চাবিজনা মহাপুৰুষৰ চৰি কাৰ্য্যাৱলী অনুসাৰে এই পুথি খনিত আছে।

এওঁলোকত বাজেও দামোদৰদেৱৰ প্ৰধান শিষ্য সত্ত ভূষণে দক্ষিণ পাৰত "আমবাৰী," খিদিৰপুখুৰী

নবিবা আদি সত্র স্থাপন কৰে। বলদেৱে কোচ বিহাৰত দামোদৰপুৰ, বৈকুণ্ঠপুৰ আদি সত্র স্থাপন কৰে। দামোদৰদেৱৰ প্ৰথম বাৰজন শিষ্যৰ নাম এই দৰে পোৱা যায়। "পাচে কপিলমুনিক, শ্ৰীকৃষ্ণক (১) কৃষ্ণদেৱক (২) ভগৱানক, নাৰায়ণক, বংশীগোপালক আধাৰ যজুৰ্মণিক, শৰ্কৰ্ষণক, গোপাল মিশ্ৰক, সৰু গোপালক ভাগৱত মিশ্ৰক, সনাতনদেৱক শৰণ কৰাই চাৰিনাম দি শৰণ পটল ক্ৰমে শিষ্য ভজাইবে দিলা।" এওঁলোক আটাই কেইজন যে ব্ৰাহ্মণ আছিল তাক চাৰি নাম দিয়াৰ দ্বাৰাই জনা যায়। শূদ্ৰৰ তিনিনাম ব্ৰাহ্মণৰ গুণৰে মৈতে চাৰি নাম।

দামোদৰদেৱৰ লগত সদায় থকা শিষ্য ১২জনৰ নাম এই দৰে পোৱা যায়:— ৰামৰায়, কৃষ্ণানন্দ, ৰামানন্দ, হৰি, ৰঘুনাথ, জগন্নাথ, ৰামদাস, বিষ্ণু দাস, পয়োনিধি, ৰাতুলচৰণ, মধু আৰু পৰমানন্দ। এইদৰে অসংখ্য শিষ্য প্ৰশিষ্যৰ দ্বাৰা দামোদৰী পন্থ আসামত প্ৰচাৰিত হয়। ঘোষা ৰত্নত এই বিষয় লিখিছে:—

দেৱ দামোদৰ গুৰু। সুবৰ্ণৰ ভৈলা মেৰু॥
পূৰ্ব্বদিশে বংশীদেৱ। সদা যাক কৰে সেৱ॥
বলদেৱ পশ্চিমত। সদ্গা ভৈলা অনুগত॥

(১) এওঁ গোঁসাৰ্ঘি সত্ৰৰ স্থাপন কৰ্ত্তা হব পাৰে। (২) এওঁ চৰিত্ৰ লিখক হব পাৰে।

শ্রীমন্ত পৰমানন্দ। জীৱৰ হৰন্ত বন্ধ।
ভাগৱত ভট্টাচাৰ্য্য। ভাগৱতে ভৈলা আৰ্য্য।
মেৰুমূলে বসিলন্ত। ভাগৱত সদা কন্ত॥
প্ৰভুৰ মানিয়া মত। শুনাৱন্ত ভাগৱত॥
আনো যত ভকতগণ। যাৰপদে দিয়া মন॥
স্থানে ২ সত্ৰ কৰি। প্ৰভুমত অনুসৰি॥
জীৱৰ ভৈলন্ত বন্ধু। তৰাইলা সংসাৰ সিন্ধু॥

# ধৰ্ম্মমত।

আজি কালি পবিত্ৰ দামোদৰী পন্থৰ ধৰ্ম্মৰ বিকৃতি ঘটা বুলি বহুতে কোৱা শুনা যায়। ইয়াৰ আচল কাৰণ হৈছে সৰহভাগ দামোদৰীয়াই আজি কালি দেব দেৱী মানিব আৰু পূজিব ধৰিছে। ইয়াৰ পৰাই দামোদৰী সম্প্ৰদায়ক শাক্ত আদি বুলি ভবা ভূল ধাৰণা। শঙ্কৰদেৱে প্ৰচাৰ কৰা মহাপুৰুষীয়া আৰু দামোদৰদেৱে প্ৰচাৰ কৰা দামোদৰী এই উভয় বিধেই এক ভাগৱতী ধৰ্ম্মই আৰু আচলতে চালে মূলত তাৰ একো বিভিন্নতা নাই। বিভিন্নতাৰ ভিতৰত যি দীক্ষা আৰু শৰণ আগম আৰু নিগম তাক আগতে কৈ অহা

হৈছে। চাৰিওজন গুৰুৱে একে পবিত্র বৈষ্ণৱ ধৰ্ম্মকে প্রবর্ত্তাইছিল। তাৰ পাচত দুই পন্থৰ ভিতৰত কেনেকৈ বৰ্ত্তমান অৱস্থা পালে তাক লাহে লাহে চাবৰ চেষ্টা কৰা যাব। এতিয়া দামোদৰ দেৱৰ জীৱনী গুৰুলীলা আৰু তেওঁৰ প্রধান শিষ্য দুই চাৰিজনে লিখা পুথিৰ পৰা দামোদৰদেৱৰ ধৰ্ম্মমতৰ অলপ আভাস দিবৰ চেষ্টা কৰা যাওক। যেতিয়া বিজয় নগৰৰ পৰা ৰাজদূত আহি তেওঁক বলি কটাৰ বিষয় কয় তেতিয়া তাৰ উত্তৰত তেওঁক কৈছিল :—

শুনিয়োক সৱ জন্তু আমাৰ বচন।
তিনিও লোকত যিটো কৃষ্ণ নাম ধন॥
তাত পৰে আন কোনো পৰো পূজিবাক।
বালৰ লগত যদি কাটিব আমাক॥
মোৰ গল উপৰ দিলৰ গল তল।
কাটা যদি আছয় তোহোৰ গাৰ বল॥
ৰজাৰ পাশক যাব নকৰিব পূজা।
হৰিবিনে আমাৰ আছয় কোন পূজ্য॥
ৰাজাৰ পাশক যাইবো যেতি লাগে তোক॥

বিজয় নগৰৰ পৰা ভক্ত সকলক এইদৰে উপ-দেশ দিছিল :—

সেহিমতে অনুক্ষণে — যেবে কায় বাক্যমনে
ঈশ্বৰে চিন্তাহা অনুক্ষণ ।
অন্যদেৱ নুপূজিবা — ভক্তদ্ৰোহ নাচৰিবা
কৰিবাহা শ্ৰৱন কীৰ্ত্তন ॥
অৰ্থ, পুত্ৰ, বিষয়ত — বিশ্বাস কৰিছা যত
সেহিখানি বিশ্বাস সমস্ত ।
ৰাখিবাক পাৰা যেবে, — এহি জন্মে আনা তেবে
ভব তৰি যাইবা সমস্ত ।

কচুবাৰীৰ পৰা যাওঁতে ভক্ত সকলক এইদৰে শান্ত্বনা দি গৈছিল :-

অন্য দেৱতাত সম্বন্ধ নকৰি চিন্তিবা হৰি চৰণ ।
সমস্ত বিষয়ত উৎপাত দ্ৰোহ নাচৰিবা একো জন ॥
শ্ৰৱন কীৰ্ত্তন স্মৰণ অৰ্চ্চন বন্দনা পদসেবিবা ।
নব বিধ ভক্তি যিমান পাৰা সিমানকে আচৰিবা ॥
সাধু বৈষ্ণৱক স্নেহ কৰিবাহা যেন নিজ কলেবৰ ।
তেবে আত্মাত প্ৰেম ভক্তি দিবে কৃপা কৰি গদাধৰ ॥

বৈকুণ্ঠ প্ৰয়াণৰ সময়ত তেওঁৰ ভক্ত সকলক কৈছিল :—

ব্ৰহ্মা, প্ৰজা, বিপ্ৰ, বৈষ্ণৱৰ ব্ৰিজমন ।
প্ৰণতিক নেৰিবাহা শ্ৰৱন কীৰ্ত্তন ॥

কামেশ্বৰ আৰু সিবৰেও তেওঁ প্ৰচাৰিতধৰ্ম্মক এক শৰণ বুলি বজাৰ আগত কৈছিল :—

তোহোঁ এক শৰণ যে লগাইলা লোকক।
শৰত কালৰ পূৰ্ণা লোকে এৰিলেক ॥

গোপাল মিশ্ৰ কৃত ঘোষা ৰত্নত লিখিছে :—

দেৱদামোদৰ কৃপাময় কালৰ লোকৰ দেখি ভয়
শ্ৰৱন, কীৰ্ত্তন, স্মৰণ বিস্তাৰ কাৰ।
কেৱল ভকতি দেখাই থৈলা বুদ্ধিমন্ত সাধু তাকে লৈলা
নিজ যশ প্ৰভু শুনিলন্ত কৰ্ণ ভৰি ॥
দেৱ দামোদৰ শুদ্ধমত কহিলন্ত লোকে অবিৰত
যাৰমত মানি পণ্ডিত ব্ৰাহ্মণ চয়।
কৃষ্ণ পাদ পদ্মে ভজিলন্ত স্থানে স্থানে সত্ৰ পাতিলন্ত
যাহাৰ যশস্যা ব্ৰহ্মাণ্ড কোটি বতয় ॥

ঘোষা ৰত্নত আৰু লিখিছে :—

কৃপাৰসে পৰিপূৰ্ণ হৰি দেৱ দামোদৰ মূৰ্ত্তিধৰি
পুনু সত্তৰূপে আপুনি ভৈলা বিদিত।
পূৰ্ণ কৃষ্ণনাম সদাগাই শ্ৰৱন সুখক প্ৰবৰ্ত্তাই
সমস্ত জীৱৰ সাধিলন্ত মহাহিত ॥

আন এঠাইত লিখিছে :—

বিষ্ণুৰ নৈবেদ্যচয় সুৰ সিদ্ধাপদৰয়
সমস্তকে পবিত্ৰ কৰয়,
অন্যদেৱ প্ৰসাদক যদি ভুঞ্জে প্ৰমাদত
চান্দ্ৰায়ণ কৰিতে লাগয় ॥

আৰু :—

চাণ্ডালো গৰিষ্ঠ হয় যাতো ৰজু নাম লয়
ৰাম কৃষ্ণ জিহ্বাৰে বোলয়,
অগ্নিহোত্ৰ তীৰ্থ স্নান, তপ জপ যজ্ঞ দান
নামলৈতে সমস্তে হোৱয়।
দ্বিজ বাড়গুণে যুক্ত নাচৰে আপুনি হিত
কৃষ্ণ পাদ পদ্মত বিমুখ ;
তাতো কৰি ভক্তি যুক্ত চাণ্ডালকো শ্ৰেষ্ঠ মানো
যাতো জানিলেক ভক্তি সুখ ॥

বিজয়পুৰৰ ৰাজ সভাত দামোদৰ দেৱে কৈছিল :—

তীৰ্থক সেৱন দেৱ উপাসন ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সমস্তে সিজয় নালাগে একো উদ্যোগ ॥

তহিতে বসন্ত গঙ্গা যমুনাও গোদাৱৰী সৰস্বতী।
আৰ তীৰ্থ যত আছে পৃথিবীত স্নানি পাৱ সদগতি ॥

অচ্যুতৰ যিটো উদাৰ চৰিত্ৰ প্ৰসঙ্গ কৰে সতত।
তীৰ্থৰ সমান হোৱে সেহি স্থান গীতা ভাগৱত মত ॥

একেকেসে ৰাম কৃষ্ণ নাম বিনে নাজানোহো আৰি আন
কৃষ্ণৰ নামত ধৰ্ম্ম কৰ্ম্ম যত সবাৰো আশ্ৰয় স্থান।

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ দ্বাপৰে পূজা সম্প্ৰতি ;
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে নাহি নাহি আন গতি।

মত্ত মদ কৈৰা যেৱে হৰি পদে আশ্ৰয় নকৰে নৰ।
তেৱে ব্ৰহ্মাণ্ডক আমা যাত কৰি ফুৰিবেক নিৰন্তৰ ॥

ভট্টদেবের ভক্তি বিবেকতো লিখিছে যে কৃষ্ণই একমাত্র পূজনীয় দেবতা। কৃষ্ণক নভজিলে মুক্তি পোৱা নাযায় :--

যস্যাজ্ঞয়া জগৎ সর্বং ব্রহ্মা সৃজতি নিত্যশঃ।
হরিশ্চ পালকো রুদ্রো নাশকঃ সহিমোক্ষদঃ।
বাহুভ্যাং সাগরং তর্ত্তুমিচ্ছেৎ কঃ পুমান্ ভুবি।
বাসুদেব মনারাধ্য কোমোক্ষ গন্তু মিচ্ছতি।
সর্ব্বান ধর্ম্মান পরিত্যজ্য মামেকং শরণং ব্রজ।
অহমহং সর্বপাপেভ্যো মোক্ষয়িষ্যামি মাশুচঃ। ( গীতা )

রামানন্দ পদদ্বন্দ্ব মকরন্দ মধুব্রতাঃ

যস্যান্দিশি বিরাজন্তে যা গঙ্গা শতশঃ প্রহা ( আদি পুৰাণ )

তত্রৈব গঙ্গা যমুনা চ তত্র গোদাবরী তত্র সরস্বতীচ।
সর্বানি তীর্থানি বসন্তি তত্র যত্রাচ্যুতোদার কথা প্রসঙ্গঃ॥

হরিভক্তিপরো যত্র তত্র ব্রহ্মা হরি শিবঃ।
তত্র দেবাশ্চ সিদ্ধাশ্চ নিত্য তিষ্ঠন্তি সত্তমাঃ।
কীর্ত্তনং শ্রীমুকুন্দস্য যত্রান্দিশি বিরাজতে।
তত্রাজীবন মারন্ধ মনে বসতি মানবঃ।

সেই কাৰণে এই প্ৰসঙ্গত শৰণ মালিকাত লিখিছে :--

যত্রাচৰন্তি সদ্ধর্মান্ কেবলং ভগবৎ প্রিয়া।
সৰথা ভগৱদ্ভক্তি প্ৰত্যহং যত্র বর্ত্ততে।

তৎসত্রং উত্তমং ক্ষেত্রং বৈষ্ণৱাঃ সুৰ বন্দিতং।
তত্রস্থাঃ বৈষ্ণৱাঃ সৰ্ব্বে হৰিনাম পৰায়ণাঃ ॥

আৰু :—

নাৰায়ণং পৰব্ৰহ্ম বিপ্ৰাণাং দৈৱতো হৰি।
মোহাৎ য পূজয়েদন্যং স পাষাণ্ডি নসংশয়ঃ॥

এই বিলাকৰ পৰাই দামোদৰদেৱৰ ধৰ্ম্মমত বুজা যায় আৰু সি যে মহাপুৰুষীয়াৰ দৰে এক কৃষ্ণ উপাসনাই তাকো জনা যায়। কিন্তু সেই বুলি বেদ বিহিত ক্ৰিয়া কাণ্ড তেওঁ লোপ নকৰিছিল। আৰু অহিংস ৰকমে দেৱতা আৰাধনা কৰাবো বিৰোধী নাছিল। বিৰোধী আছিল বলি দি পূজা কৰাৰ হে। "যাতো আদ্যাশক্তি, পাৰ্ব্বতী গোসানী, নকৰে বলি স্বীকাৰ।" বুলিহে তেওঁ বলি দি পূজা কৰিব হাক দিছিল। তাৰ কথা পাচত কোৱা যাব।

তেওঁৰ প্ৰবৰ্ত্তি ধৰ্ম্মত বেদ বিহিত ক্ৰিয়া কাণ্ডাদি থকাৰ প্ৰমাণ আছে। মাধৱদেৱেও তাক লোপ কৰা নাছিল। সেই বাবে 'অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ" আদি কথা আৰু আগতে ৰত্নাৱলীৰ পৰা উদ্ধৃত কথা পাওঁ। শঙ্কৰদেৱেও বৈদিক ক্ৰিয়া কাণ্ডাদি মানি চলিছিল আৰু মূৰ্ত্তিও দলিয়াই পেলোৱা নাছিল।

নহলে আজি বৰপেটাতেন মহাপুৰুষীয়া সত্ৰত শ্যামৰায় বা কলীয়াঠাকুৰৰ মূৰ্ত্তি নেদেখিলো হেঁতেন। এক ঈশ্বৰৰে যে মূৰ্ত্তি সকলো তাক কোনেও সৃষ্টি কৰিব নোৱাৰে। 'অন্তৰত এক ঈশ্বৰক বাহিৰত নানা দেখিয়োক' আদি কথাই তাৰ প্ৰমাণ। মূৰ্ত্তিকান্ত কৰে দেৱতা বুদ্ধি গৰুতো অধম কৃষ্ণ বদন্তি কথাষাৰ আছে সচা কিন্তু সাকাৰ উপাসনা আৰম্ভ নকৰিলে নিৰাকাৰ ধাৰণা কৰিব নোৱাৰি। ব্ৰহ্ম নিত্য আৰু চক্ষু কৰ্ণাদি ইন্দ্ৰিয়ৰ বহিৰ্ভূত। একাদশ ইন্দ্ৰিয়ৰ কাৰো দ্বাৰাই তাক উপলব্ধি কৰিব নোৱাৰি। কিন্তু সি সৰ্বব্যাপী। সেইবাবেই প্ৰহ্লাদে দেখুৱা স্তম্ভতো ঈশ্বৰৰ সত্তা উপলব্ধি হৈছিল। কেৱল নাম যে অমূৰ্ত্ত সিও নহয়, কাৰণ নাম এটা লওঁতে তাৰ আকৃতি এটা অঙ্কিত হয় যদিও এই আকৃতি অঙ্কিত হয় কেৱল মনৰ দ্বাৰা অন্য বাহ্যেন্দ্ৰিয়ৰে নহয়।

নিৰাকাৰ ব্ৰহ্ম কেৱল যে কৰ্ম্মেন্দ্ৰিয়ৰ হে অতীত তেনে নহয় জ্ঞানেন্দ্ৰিয়ৰো অতীত:—

যন্মনসা ন মনুতে যেনাহুৰ্ম্মনো মতম্
তদেৱ ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে। কেনোপনিষৎ।

অৰ্থাৎ মনেৰে যাক চিন্তা কৰিব নোৱাৰি কিন্তু যাৰ দ্বাৰা মন অধিকৃত তাকেই নিৰ্গুণ ব্ৰহ্ম বুলি জানিবা। মানুহে ইন্দ্ৰিয়াদি গ্ৰাহ্য যি উপাসনা কৰে সি ব্ৰহ্ম নহয়।

এই শ্লোকৰ অৰ্থ শ্ৰীযুৎ পৰমহংস শ্ৰীকৃষ্ণানন্দ স্বামী মহোদয়ে লেখেওৰ শ্ৰীকৃষ্ণ পুষ্পাঞ্জলি নামে গ্ৰন্থত এইদৰে দিছে:- "নেদং যদিদমুপাসতে ইহা (নিৰ্গুণ) ব্ৰহ্ম নহে, যাহাকে লোকে উপাসনা কৰে। অৰ্থাৎ নিৰ্গুণ ব্ৰহ্ম উপাসনাৰ বিষয়ীভূত নহেন। তিনি অনিৰ্ব্বচনীয়, মনোবুদ্ধিৰ অগোচৰ এবং ইন্দ্ৰিয়-গণেৰ বহিৰ্ভূত। হস্তপদাদিবিশিষ্ট জড়পণ্ডই কেৱল প্ৰতিমা নহে। মনোবুদ্ধিৰ গম্য জ্ঞানেৰ ও ইন্দ্ৰিয়াদিৰ বিষয়ীভূত ৰূপ, নাম বা ভাৱ যাহাৰই তুমি উপাসনা কৰ তাহাই "প্ৰতিমা"। এই প্ৰতিমা পূজা অনাদি কাল হইতে জগতে প্ৰচলিত।" তেনেহলে শিলাই হক, কাঠ, পিতল বা মাটিয়েই হক নাইবা কেৱল নামেই হক সকলো প্ৰতিমা। আৰু মনোগ্ৰাহ্য প্ৰতিমাত যেনেকৈ দোষ হব নোৱাৰে তেনেকৈ বহিৰিন্দ্ৰিয় গ্ৰাহ্য প্ৰতিমা পূজাও দোষাবহ নহয়। কেৱল থাকব লাগে একান্ত ভক্তি। একান্ত ভক্তি থাকিলে কালীতো কৃষ্ণ-ৰূপ সম্ভৱ হয়। কিন্তু একান্ত মন নকৰি কেৱল বাহি-ৰত লোকক দেখুৱাই কেৱল ভক্তিধৰিলেও তাৰ পৰা ফলোদয় নহয়। সেই বাবেই দামোদৰদেৱে বজাক দুৰ্গাপূজা কৰিবলৈ বাধা দিয়া নাছিল কেৱল বাধা দিছিল বলি কাটিবলৈহে।

দামোদৰদেৱে পাটবাউসীৰ পৰা বিজয়পুৰলৈ যোৱাৰ সময়ত ভট্টদেৱক কৈ গৈছিল :—

ভাগৱত ব্যাখ্যা তুমি আপুনি কৰিবা।
লোকক হৰিৰ ভক্তি উপদেশ দিবা ॥
ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰিবা।
আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা ॥
আপুনি শুনিলা নৃপাল দুঃচেষ্টাক।
কৰ্ম্ম এৰিলেক বুলি নিয়াই আমাক ॥
একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।
তেবে একো উপদ্ৰৱে নাপাইবেক লাগ ॥

গুৰুৰ এই আদেশ পাই ভট্টদেৱে শ্ৰৱন কীৰ্ত্তনৰ লগত কৰ্ম্মভাগো লোকক স্পষ্টকৈ দেখুৱাব ধৰিলে :—

জ্ঞান ধৰ্ম্ম ভক্তি কেৱলাৰ ভাগ লোধৰ্ম্ম যেবা যি মত।
সমস্ত সিদ্ধান্ত তান মুখে পাই তৰিলা সবে জগত ॥
আপুনি সংযম নিয়ম আচাৰ ধৰ্ম্মৰ অঙ্গ নেৰন্ত।
সন্ধ্যা গায়ত্ৰীক ষড়ঙ্গন্যাস আদি কুশক নিতে পিন্ধন্ত ॥

দামোদৰদেৱে আকৌ কৈছিল :—

বাহিৰত বেৰা দিয়া অন্তৰত দেখিবা সকলে মিছা।
যাতো তুমি সম পণ্ডিত গহন ইটো দেশত যে নাই ॥
কৰ্ম এৰিবাৰ নিমিত্তে আমাৰ দেখিয়ো কেনে বিলাই ॥

দামোদৰ দেৱৰ কথা মতে ভট্টদেৱে :—

তাকে আচৰন্ত লোকক দেখান্ত সুবুদ্ধি অজ্ঞ নহে।

কৰ্ম্মৰ ত্যাগক লোকক দেখাই আপুনিও আচৰিলা
বিমুখ বিপ্ৰক সমুখ কৰিলা ভকতি উপদেশ দিলা ॥

ভট্টদেৱে গুৰু আজ্ঞা পালি "অন্তৰত এক ঈশ্বৰক, দেখাইলেক নানা বাহিৰত।" তেওঁৰ এই বেৰাখন সময়ত ইমান ডাঠ হৈ উঠিল যে বাহিৰৰ মানুহে ভিতৰৰ আচল বস্তুটো নেদেখাত পৰিল। বাহিৰৰ ডমকৰ পৰা ভিতৰৰ আন্ধাৰত আচল বস্তু কি আছে তাক নুবুজি বাহিৰত দেখাটোকে হৈ তাকেই আচল বস্তু বুলি বিবেচনা কৰিব ধৰিলে। এনেকৈয়ে কৰ্ম্মকাণ্ডৰ ভাগ ভাত বেচি হৈ আহিল। কিন্তু মূলত একে ঈশ্বৰ।

ধৰ্ম্মগ্ৰাহীলোক বিলাকো সকলো নিস্বাৰ্থী কেৱলীয়া নাছিল, আছিল সৰহ ভাগেই গৃহস্থী আৰু আৰু সংসাৰাশক্ত। ঈশ্বৰ মুক্তিদাতা আৰু আন দেৱ দেৱীৰ কোনোৱে পুত্ৰ, কোনোৱে ধন আদি দিব পাৰে বুলি মানুহৰ বিশ্বাস। শঙ্কৰদেৱ, দামোদৰ দেৱ প্ৰভৃতি গুৰুসকল চলাৰ পিচত মানুহৰ মন ক্ৰমে মুক্তিৰ পৰা আঁতৰি ধনাদি সাংসাৰিক বস্তুত সোমায়। তেতিয়াৰ পৰা দেৱদেৱীৰ পূজাও বাঢ়ি আহে। ব্ৰাহ্মণ সকলে শাক্তশৈৱ, গানপত্য প্ৰভৃতি পন্থৰ পৰা আহি ভট্ট-দেৱৰ বেৰাৰ ভিতৰত কি আছিল তাক ভালদৰে নেদেখি বাহ্যিক যিটো কৰ্ম্মকাণ্ডপূৰ্ণ ভক্তি দেখিলে তাকে হৈ লোকৰ আজতো শিক্ষা দিব ধৰিলে। গীতাত কৈছে:—

কাঙ্ক্ষন্তঃ কৰ্ম্মণাং সিদ্ধিং যজন্ত ইহ দেৱতাঃ।
ক্ষিপ্ৰংহি মানুষে লোকে সিদ্ধিৰ্ভৱতি কৰ্ম্মজা॥

ইয়াৰ ব্যাখ্যাত ভট্টদেৱৰ কথা গীতাত লিখিছে—

"যদি বলা, তোমাত বিষম আছে, যাতো একশৰণ পৰবেসে আপুনাৰ স্বৰূপক দিয়া সকামক নেদা; আক শুনা— যিজনে মোক সকামে বা নিস্কামে ভজে তাকো মঞি তেমনে তাৰ বাঞ্চত ফলদানে অনুগ্ৰহ কৰো। সকান সবে মোক এৰি ইন্দ্ৰাদিক ভজে বুলি তাৰাকো উপেক্ষা নকৰু। যাতো সকল লোক সকল প্ৰকাৰে মোৰ অনুবৰ্ত্তী হেন বুলিবা। তাৰা মোক মোক্ষৰ অৰ্থে কিয় নভজে তাক শুনা, এই মনুষ্যলোকত শীঘ্ৰ কৰ্ম্মফল আশাকৰি ইন্দ্ৰাদি দেৱতাক ভজে। সাক্ষাৎ মোক নভজে, যাতো কৰ্ম্মৰ ফল শীঘ্ৰ হয়, জ্ঞানৰ ফল মোক্ষ শীঘ্ৰে নঘটে।"

কৰ্ম্মাকাঙ্ক্ষী মানুহে ধন পুত্ৰাদিৰ লালসাত যদিও দেৱ দেৱী পূজে তথাপি বলি দিয়াতো বৰ নৃশংস কাম। শাক্তৰ চণ্ডীৰ বৈকৃতিক ৰহস্যত লিখিছে—

বলি মাংসাদি পূজেয়ং বিপ্ৰবৰ্জ্যা ময়েৰিতা।
তেষাং কিল সুৰামাংসৈৰ্নোক্তাপূজা নৃপ! কচিৎ॥
প্ৰনাম চমনীয়েশ্চ চন্দনেন সুগন্ধিনা।
সকপুৰৈশ্চ তাম্বুলৈ ৰ্ভক্তিভাব সমন্বিতৈঃ॥

তন্ত্ৰতো আছে—

সাত্ত্বিকৈৰ্গন্ধপুষ্পাদৈঃ নৈবেদ্যৈৰ্বলিভিৰেবচ।
মদ্যমাংস পশুভিশ্চ তামসিপৰিকীৰ্ত্তীতা।
আনাভ্যং পিশিতং ৰক্তংসুৰাঞ্চাপি মহেশ্বৰি!
বৰ্ণাশ্ৰমো দিতং বিধিং ত্যক্তা যচ্ছন্তি যেনৰাঃ।
ভুত প্ৰেত পিশাচাশ্চ ভৱন্তি ব্ৰহ্ম ৰাক্ষসাঃ।

সেই কাৰণেই লক্ষ্মীনাৰায়ণ ৰাজাই যেতিয়া দুৰ্গা পূজা কৰিবলৈ পাঠা আদি গোটাই দামোদৰদেৱৰ আজ্ঞা লবলৈ পঠায় তেতিয়া তেওঁ কৈছিল—

শুনি প্ৰভু সত্ত্ব শুনিয়া বোলন্ত শুনা ৰাজদুত গণ
বলি বলি যত পুজা উপহাৰ নৈবেদ্য দ্ৰব্য শোভন
ধুপ, দীপ, গন্ধ তাম্বুল চন্দন এহিসে দ্ৰব্য পূজা
যাতো আদ্য ভক্ত শঙ্কৰ পাৰ্ব্বতী নকৰে পাঠা স্বীকাৰ

ইয়াৰ পৰাই বুজা যায় যে দামোদৰদেৱে দেৱ দেৱী পূজাৰ বিৰোধী নাছিল আছিল কেৱল বলিৰ বিৰোধী। মুমুক্ষু বাজে সংসাৰীলোকে দেৱ পূজা কৰাত দোষ হব নোৱাৰে। কিন্তু মুক্তি প্ৰাৰ্থীৰ একমাত্ৰ উপাস্য দেৱতা কৃষ্ণ যে তাতো সন্দেহ নাই। ব্ৰহ্মাণ্ডে

বিষয়াশক্ত নহৈ মুক্তি প্ৰাৰ্থী হোৱাই উচিত আৰু সেই বাবেই ভট্টদেৱে ভূঞিয়ে তেনেকৈ লিখি গৈছে। বাহিৰত নানানক ভিংৰি কেৱল একভাবে দেখিব লাগে মাথোন। দেৱদেৱীৰতো কথাই নাই জীৱ মাত্ৰকে ঈশ্বৰ মূৰ্ত্তি বুলি ধৰিব জানিলেহে আৰু সকলোতে ঈশ্বৰ বিৰাজ কৰিছে বুলি অনুভূতি জন্মিলেহে সমভাৱৰ দ্বাৰা ভগবদ্ভক্তি আৰু মোক্ষ প্ৰাপ্তিৰ পথ সুগম হয়।

—— : ——

## কোচবিহাৰ গমন।

It always heppens when a new religion is preached' when God is going to be born in the people that such forces rise with all thier weapons in thier hands to crush the religion.

Arabinda Ghosh.

ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ জয় হোৱা দেখি যেতিয়াই সদ্ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ অৰ্থে মহাপুৰুষৰ আবিৰ্ভাৱ হয় তেতিয়াই অধৰ্ম্মীৰ দলে তাক নাশ কৰিবলৈ চাৰিওফালৰ পৰা আগুৰি ধৰা প্ৰথাটো আজিৰ নহয় আৰু ধৰ্ম্মৰ কহঁও যতে ততে। সুদূৰ পাশ্চাত্য দেশতো এই প্ৰথাৰ প্ৰমাণ পোৱা যায়। এই মহা-

পুৰুষ বিদ্বেষী সকলৰ নিমিত্তেই যিশুৱে ক্রুচত প্ৰাণ ত্যাগ কৰিছিল, নিউটনে উৎকষ্ট শাস্তি পাইছিল আৰু চক্রেটিচৰ নিচিনা জ্ঞানিয়েও বিহখাই প্ৰাণ ত্যাগ কৰিবলৈ বাধ্য হৈছিল। ভাৰততো এই ৰীতি প্ৰচলিত থকাৰ প্ৰমাণ আমাৰ অতীত বুৰঞ্জী মহাভাৰত ৰামায়ণ আদিত দেখা পোৱা যায়। কিন্তু ধৰ্ম্মৰ জয় অবশ্যম্ভাবী দামোদৰ দেৱেও এই বিদ্বেষী সকলৰ হাতত পৰি এদিন বিপদ সাগৰত কৰকাৰ লগাত পৰিছিল। শেষত ধৰ্ম্মগুৰুজনাৰ সসম্ভ্ৰমে অব্যাহতি পাইছিল।

দামোদৰদেৱে পাটবাউসীত নিৰ্ম্মল বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাৰ সময়ত তেতিয়াৰ কামৰূপাধিপতি পৰিক্ষিত নাৰায়ণৰ আগত কামেশ্বৰগিৰি আৰু শিববৰ দৈবজ্ঞ নামে দুজন দুজনে এইদৰে খল লগালে "মহাৰাজ! আপোনাৰ ৰাজ্যত দামোদৰ বিপ্ৰ লোকক এক শৰণ ধৰ্ম্ম দি জগংমাতৃ কামাখ্যাৰ পূজা বন্ধ কৰিলে, মানুহে শৰতৰ দুৰ্গাপুজা ত্যাগ কৰিলে, এক ঈশ্বৰৰ বাজে লোকে আৰু আন দেৱদেৱী উপসনা নকৰাত পৰিল, বায়ুক নুপুজাত দেশত প্ৰবল বানাহ বব, বৰুণক নুপূজাৰ বাবে অনাবৃষ্টি হব দুৰ্গাক নুপুজাৰ বাবে মৰণ হব আৰু চামুণ্ডা কালীক নুপুজাৰ বাবে শীঘ্ৰে দেশ উছন যাব।" ৰজাই উক্ত দুজনৰ কথাতে ভোল গৈ দামোদৰদেৱক ধৰি নিবলৈ

দূত পঠিয়ালে। দূতে গৈ সকলো কথা নিবেদন কৰাত দামোদৰ দেৱে সাহেবে উত্তৰ দি কলে বোলে যদি বলিৰ লগত আমাকো কাটে তথাপি আমি বলি নাকাটো। আৰু

বাজাৰ পাশক যাইবো নকৰিবো পূজা
হৰি বিনে আচয় আমাৰ কোন পূজা।

বুলি উত্তৰ লগাতে ১৫১৪ শকত পাটবাউসীৰ শিষ্য সকলক নানা উপদেশ দি কামৰূপৰ তেতিয়াৰ ৰাজ-ধানী বিজয় নগৰলৈ গতি কৰিলে।

ৰজাই দামোদৰদেৱক থাকিবলৈ ভালদৰে দিহা পোহা কৰি দিয়ালে। তাৰ দুদিনমান পিছত ৰাজ্যৰ সমুদায় উত্তম ব্ৰাহ্মণ পণ্ডিতক মতাই আনি ৰজাই গহীন গম্ভীৰস্বৰে মাত লগালে:— 'ব্ৰাহ্মণ সকল! দামোদৰ বিপ্ৰই মানুহক পূজা আদি কামৰ পৰা বিৰত কৰি মোৰ ৰাজ্য নষ্ট কৰিব ওলাইছে; এতিয়া আপোনা-লোকে ইয়াৰ সুবিচাৰ কৰিব লাগে।" ৰজাৰ কথা শুনি দামোদৰদেৱৰ শিষ্য ভক্ত সকলে মূৰত বজ্ৰপাত হোৱা যেন পালে। একালে ন্যায়, তৰ্ক, শ্ৰুতি, স্মৃতি বিশাৰদ শত শত অধ্যাপক মণ্ডলী আনফালে এজন মাথোন ধৰ্ম্মবীৰ। হায়! হায়! যদিহে দামোদৰদেৱ তৰ্কত পৰাজিত হয় তেন্তেতো আৰু ৰক্ষা নাই! ৰজাৰ দণ্ডিত হয়তো আজিয়ে জীৱন শেষ, ধৰ্ম্ম শেষ

হব। তেতিয়া পণ্ডিত সমাজে দামোদৰ দেৱক তেওঁ আন দেৱদেৱীক নুপূজে কিয়? পূজা পাতল গুচাই এক নাম লোৱা ধৰ্ম্ম কৰিলে কিয়? আৰু তীৰ্থাদিতো স্পৃহা নাৰাখে কিয়? প্ৰভৃতি প্ৰশ্ন শুধিলে। দামোদৰ দেৱৰ উত্তৰলৈ বাট চাই সকলোৱে নিস্তব্ধ হৈ থাকিল। অলপ পিচত দামোদৰ দেৱে সভাৰ নিস্তব্ধতা ভঙ্গ কৰি শ্ৰীকৃষ্ণক সুমৰন কৰি মৃদু মধুৰ স্বৰে কব ধৰিলে। মহাৰাজ! আৰু সভাস্থ পাত্ৰ; মন্ত্ৰী, ব্ৰাহ্মণ পণ্ডিত আৰু সাধু মহাজন সকল! আজি আপোনালোকে মোক যিবোৰ দোষৰ বাবে দোষী স্থিৰ কৰিছে তাৰ উত্তৰত মষো দুই চাৰি আষাৰ কথা কব ওলাইছো। আশা কৰো আপোনালোকে মন দি শুনি যদি দোষী পায় দণ্ড বিহিব। মই বেদ বিহিত কৰ্ম্ম কৰিবলৈ কেতিয়াও বাধা নকৰো। বেদৰ সামগান আমাৰ সাংসাৰিক অভাবৰ পৰাই যে উদ্ভৱ হৈছে তাক সকলো পণ্ডিতে জানে। সেই অভাববোৰৰ পৰাই দেবতাদিৰ উদ্ভৱ স্তুতি কাঠৰ আকস্তন আৰু যজ্ঞৰ সৃষ্টি। যাৰ সেই সাংসাৰিক কামবোৰত স্পৃহা নাই কেৱল মুক্তিৰ আকাঙ্ক্ষাহে আছে তেওঁ সেই দেৱদেৱীক নুপুজিলে একো দোষ হব নোৱাৰে। অতিন্দ্ৰিয় ব্ৰহ্মলাভ ইন্দ্ৰিয়লব্ধ শক্তিদ্বাৰা নঘটে। সকলো দেৱদেৱীৰ মূল হৈছে এক কৃষ্ণদেৱ তেৱেঁই সকলোকে সৃজিছে

এতেকে যদি তেওঁক উপাসা কৰা যায় তেন্তেহলে আনক উপাসা কৰাৰ একো আৱশ্যকতা নাই। শাস্ত্ৰত আছে :—

যথা তৰোমূল নিষেচনেন তৃপ্যন্তি তৎস্কন্ধো ভুজোহপি শাখা
প্ৰাণোপহাৰাশ্চ যথেন্দ্ৰিয়ানাং তথাচসৰ্ব্বাৰ্চ্চন মচ্যুতেজ্যা।

তীৰ্থাদিত আমি বেচি স্পৃহা নাৰাখো কিয় শুনক—

তত্ৰৈবগঙ্গা যমুনাচতত্ৰ, গোদাবৰী তত্ৰ সৰস্বতী চ।
সৰ্বানি তীৰ্থানি বসন্তি তত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গঃ

পূজা পাটল গুচাই নাম ধৰ্ম্ম কিয় চলালো তাকো শুনক :—

কৃতে যদ্ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্যায়াং কলৌ তদ্ধৰি কীৰ্ত্তনাৎ।

এতেকে নামেই বৰ্ত্তমান যুগধৰ্ম্ম। কৰ্ম্মাকাঙ্ক্ষীয়ে যদি ধনপুত্ৰাদিৰ লালসাত অন্য দেৱদেবী ভজে ভজিব, মই মুক্তিকামী নহয়। আমাৰ কাম্যবস্তু মুক্তি এতেকে আমি তাক লভিবৰ উপায় অৱলম্বন কৰিছো। ই শাস্ত্ৰ সম্মত আৰু অনুৰণীয়।

এই কথা শুনি ৰজাই পণ্ডিত সকলক শুধিলে— "দামোদৰ দ্বিজে যিবোৰ শ্লোক মাতিলে সেইবোৰ শাস্ত্ৰীয় নে স্বকপোল কল্পিত?" ৰজাৰ কথা শুনি ষড়ুমনি চক্ৰবৰ্ত্তী নামে পণ্ডিত ব্ৰাহ্মণ এজন কলে— মহাৰাজ! দামোদৰ বিপ্ৰই যিবিলাক শ্লোক মাতিছে

সিবিলাক যথাৰ্থ শাস্ত্ৰীয় শ্লোক, গঢ়ি কোৱা কথা নহয়।" ৰজাই এই কথা শুনি দামোদৰদেৱক প্ৰশংসা কৰি তেওঁৰ আতি গুৰি বিচাৰি সন্মান দেখুৱাই তেওঁৰ ৰাজ্যত বসতি কৰি থাকিবলৈ অনুৰোধ কৰিলে। দামোদৰানুৰাগী ভক্তসকলৰ আনন্দৰ সীমা নোহোৱা হল।

ৰাজাজ্ঞা শুনি কামেশ্বৰগিৰিয়ে নিজহিংসা বৃত্তি চৰিতাৰ্থ কৰিবৰ আশাত তেওঁৰ তাতে ঠাই থকা বুলি ৰাতি নি দুদিনমান ৰাখি পিচত আৰু মিছা মিছিকৈয়ে দামোদৰ দেৱে অনাচাৰ কৰা বুলি ৰজাৰ আগত খল লগায়। দামোদৰদেৱৰ অনুৰক্ত বৰুৱা প্ৰভৃতিয়ে কামেশ্বৰৰ ঘৰৰ পৰা দামোদৰদেৱক নি বেতুৱা নামে চৈতন্য পথাবলম্বী ব্ৰাহ্মণ এজনৰ ঘৰত থাকিবৰ দিহা কৰি দিয়ে। কামেশ্বৰ আৰু শিবৰবে এতিয়া আন ছিদ্ৰ বিচাৰিব ধৰিলে। এদিন ৰজাই মৃগয়ালৈ যোৱাত ৰাতি অন্তেষপুৰৰ কেগৰাকী-মান ৰমণীয়ে দামোদৰদেৱক সেৱা কৰিবলৈ যোৱাত সেই কথা সিহতে ৰজাৰ আগত ভাল পাত লগাই কোৱাত ৰজাই সচা মিছা প্ৰমাণ নোলোৱাকৈয়ে দামোদৰক তেওঁৰ ৰাজ্যৰ পৰা বাহিৰ হবৰ আদেশ দিয়ে। ৰজাৰ অবিচাৰত মৰ্মান্তিক বেদনা পাই দামোদৰদেৱে ১৫১৬ শকত পৰীক্ষিতৰ ৰাজ্য পৰিত্যাগ

কৰি নৰনাৰায়ণ ৰাজাৰ ৰাজ্য কোচবিহাৰলৈ গমন কৰে। বৈষ্ণৱ বিদ্বেষৰ দুবছৰ পাচতে দিল্লিৰ বাদ্চাহে পৰীক্ষিতৰ ৰাজ্য দখল কৰি লয়।

## বৈকুণ্ঠ প্ৰয়াণ।

বিজয় নগৰ পৰিত্যাগ কৰি দামোদৰদেৱে কচুৱাৰী নামে ঠাই এখনত ৰয় গৈ। তাৰ কিনাদিনা তেওঁ ভক্তবৃন্দৰ সৈতে সোনকোষ নদী পাৰ হৈ কামৰূপ পৰিত্যাগ কৰি কোচ বিহাৰত সোমায়। কামৰূপ পৰিত্যাগ কৰিব লগা হোৱাত তেওঁ মনত বৰ দুখ পাইছিল।

কোচ বিহাৰৰ নৰনাৰায়ণ ৰজাৰ পুতেক লক্ষ্মী নাৰায়ণ এজন পৰম ধাৰ্ম্মিক ৰজা আছিল। দামোদৰ দেৱ তেওঁৰ ৰাজ্যলৈ সোৱা শুনি তেওঁ হয় হস্তীৰে বীৰকৰ্ম্ম কাজীক দামোদৰদেৱক আগ বঢ়াই নিবলৈ দোলা দি পঠিয়ায়।

দামোদৰদেৱে সোনকোষ পাৰ হৈ আহি সেই ৰাতি লক্ষণ কুজা নামে মানুহ এজনৰ ঘৰত অতিথি হয়। গৃহস্থে যদিও বৰ আদৰ সাদৰ দেখুৱালে তথাপি

যেওঁলোকৰ ঘৰত ৰবা কুকুৰা আদি দেখি তাত থকা সংকল্প ত্যাগ কৰিব লগাত পৰিছিল। গৃহস্থে ইয়াৰ বিভেদ পাই সেইবোৰ অস্পৃশ্য বস্তু ঘৰৰ পৰা বাহিৰ কৰি হেতে হে দামোদৰদেৱৰ ওচৰত শৰণ লয়। "চণ্ডালোপি দ্বিজশ্ৰেষ্ঠঃ হৰিভক্তি পৰায়ণঃ" কথা অনুসাৰে তেওঁ তেওঁলোকৰ শিষ্যগ্ৰহণ কৰিলে। আগেয়ে গুৰুসকলে যদিও এনেকুৱা দৃষ্টান্ত দেখুৱাই গৈছে তথাপি আমাৰ বৰ্ত্তমান সত্ৰ, মহন্ত, গোসাই প্ৰভু সকলে এনেকুৱা কাম ধৰ্ম্ম বিৰুদ্ধ আৰু কৰিলে জাতি যাব বুলি নকৰে। সেই বাবেহে হিন্দুধৰ্ম্মৰ মানুহৰ সংখ্যা দিনে দিনে কমি যাব ধৰিছে। নিস্বাৰ্থ ভাবে যদি কেইজনমান গোসাই মহন্তে যত্ন কৰিলে হয় তেনেহলে আমাৰ ওচৰৰ থাকিয়া, গাৰো আদি জাতিবিলাক হিন্দু বৈষ্ণৱ নহল হয়নে? চৈতন্যদেৱৰ লগত ৰূপসনাতনাদি আৰু শঙ্কৰদেৱৰ লগৰ চান্দসাই আদি কি আছিল? দামোদৰদেৱৰ চৰিত্ৰতো আছে—

> বজাৰি কুমাৰ বৰ বৰুৱা বিস্তৰ।
> তেলি, মালি, কমাৰ, কুমাৰ নিৰন্তৰ॥
> বনীয়া চাৰাল, মট, নৰ্ত্তকী প্ৰভৃতি।
> হৰিত সম্মুখ ভৈলা চাৰিবিধ জাতি॥
> স্ত্ৰী বৈশ্য শূদ্ৰ সবো হৰি পৰায়ন।
> কৰিলন্ত যত্নে প্ৰভু হৰি নিজগণ॥

যদিও হিন্দুধৰ্ম্ম প্ৰচাৰোপযুক্ত (missonary) নহয় বুলি বহুতক কোৱা শুনা যায়। তথাপি যত্ন কৰিলে উক্ত স্থানত যে ইয়াক সহজে প্ৰচাৰ কৰিব পৰা গল হয় ই নিশ্চয়। হিন্দুধৰ্ম্মও যে প্ৰচাৰোপযুক্ত তাক বিবেকানন্দ স্বামীজীয়ে দেখুৱাই গৈছে।

বীৰকৰ্ম্ম কাজীয়ে ৰাজাজ্ঞা অনুসৰি দামোদৰদেৱ লক্ষণ কুঙাৰ ঘৰৰ পৰা যথা-বিহিত সন্মানেৰে সৈতে কোচবিহাৰৰ ৰাজধানীলৈ বৰি লৈ যায়। ৰজাই তেওঁক বিশেষ মান সংকাৰ কৰি তেওঁৰ ৰাজধানীতে থাকিবলৈ অনুৰোধ কৰে।

আগেয়ে মহাৰাজ নৰনাৰায়ণে কামৰূপী পাইক সকলৰ দ্বাৰা এটা ঢাপ বন্ধাইছিল। মহাৰাজ লক্ষ্মী-নাৰায়ণে সেই ঢাপটো পুনঃ সংস্কাৰ কৰাই ভিতৰুৱা ঢাপ নামদি তাতে দামোদৰ দেৱক সত্ৰ পাতিবৰ দিহা কৰি দিয়ে। গৰঘাট নদীৰ পাৰৰ এই ভিতৰুৱা ঢাপ সত্ৰতে তেওঁৰ জীৱনৰ বাকী কালখিনি কটাই ইয়াতে বৈকুণ্ঠী হয়। তেতিয়াৰ পৰা ইয়াৰ নাম ভিতৰুৱা ঢাপ গুচি বৈকুণ্ঠ পুৰ হয়।

১৫২০ শক বৈহাগ মাহ, অমাবস্যা তিথি পাচ দিছে মাথোন এনেতে দামোদৰ দেৱে নিজ বাহাৰ পৰা মানুহ এজন পঠাই বলদেৱক প্ৰসঙ্গ সামৰিবৰ সময় হলনে বুলি সোধালে। তাৰ উত্তৰত জানিব পাৰিলে

যে তেতিয়াও ভাগৱতৰ দহটি শ্লোক বাকী আছে। ইয়াৰ অলপ পাচতে আন এজন ভক্ত আহি সেই একে প্ৰশ্নকে সোধাত পৰমানন্দৰ অনুৰোধত বলদেৱে ভাগৱতৰ ৬টা শ্লোক বাকী থকা সত্বেও বন্ধ কৰি গৈ দেখে যে প্ৰভূৱে যোগাসনত বহিবৰ উপক্ৰম কৰিছে। এই হৃদয় বিদাৰ দৃশ্য দেখি ভক্ত বৃন্দই হুক হুক কৰি কান্দিব ধৰিলে। প্ৰভুৱে সকলোকে সান্ত্বনা কৰি বলদেৱ আৰু পৰমানন্দক সত্ৰৰ ভাৰ দি ১১০ বছৰ বয়সত নশ্বৰ দেহ পৰিত্যাগ কৰিলে।

# জাননী।

| | | | |
|---|---|---|---|
| ৰচনা পাঠ ১ম | ।৵০ | ৰচনা পাঠ ২য় | ৸০ |
| ৰচনা প্ৰণালী | ১৲ | সাহিত্যৰ সাজ | ১৲ |
| হিন্দি শিক্ষক | ।৶০ | বেউলা | ।৶০ |
| শিয়াল পণ্ডিত | ।০ | কণ্টি | ।০ |
| অদ্ভুত চোৰ | ৶০ | নামমালা | ।৶০ |
| বিনান | ।৶০ | শুকমালা | ২৲ |
| বৰ ভাগৱত | ২৲ | প্ৰসঙ্গমালা | ॥৶০ |
| টেণ্টন | ৶০ | দেৱদামোদৰ | ।৶০ |
| মণিৰামদেৱান | ॥৶০ | চৰ্পত | ৶০ |
| নন্দোৎসৱ | ৵০ | চন্দ্ৰহাস | ।৶০ |

পোৱা ঠাই—

দেৱ শৰ্ম্মা এজেঞ্চী, বৰপেটা।